# [illegible]ৰ্মবলী-যুদ্ধ



কবি সাগৰ খবি বিৰচিত

দত্তবৰুৱা ব্ৰাদাৰ্চ এণ্ড কোং

# কূৰ্ম্মৱলী-যুদ্ধ

কবি সাগৰ খৰি বিৰচিত

শ্ৰীমদ্ভাগৱত ভঁৰালৰপৰা
শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱাৰ দ্বাৰা
প্ৰকাশিত

দত্ত বৰুৱা ব্ৰাদাৰ্চ এণ্ড কোং
নলবাৰী, অসম।

১৯৫৮ চন

নলবাৰী উনা. পছত—শ্ৰীভৃগুলোচন দত্তৰ দ্বাৰা ছাপা কৰা হ'ল।

মূল্য — ১৲ এক টকা মাত্ৰ

# প্ৰকাশকৰ নিবেদন

গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰাচীন কবিৰ বধকাৰ্য্য, কূৰ্ম্মাৱলী যুদ্ধ আৰু অশ্বকৰ্ণৰ যুদ্ধ পুথি দুখনি পাঠ্য পুথি ৰূপে মঞ্জুৰ কৰি আমাক জানিবলৈ দিয়াত আমি শ্ৰীমদ্ভাগৱত ভৰালৰ" পৰা প্ৰকাশ কৰিবলৈ হাতত লওঁ। এই পুথি দুখনৰ হাতে লিখা পুৰণি পুথি বিচাৰি পোৱা নহল। দুই সময়ত দুজন প্ৰকাশকে ছপা কৰা দুখন পুথিহে কোনো মতে সংগ্ৰহ কৰোঁ, আৰু এই ছপা পুথিদুখনৰ পাঠকে মিলাই ছপা কৰিলোঁ।

পুথিদুখনৰ বানানত মাজে মাজে হাত দিয়া হৈছে। বিশেষকৈ "কৰিলু"ৰ ঠাইত "কৰিলোঁ" "কছু"ৰ ঠাইত কহো, "বোলিলা"ৰ ঠাইত "বুলিলা" ইত্যাদি কৰা হৈছে। এইবোৰ আদিতে ছপা কৰিবলৈ লোৱা পাণ্ডুলিপিৰ দোষ বুলি অনুমান কৰিছোঁ; কিয়নো এনে বানান পুৰণি ভাল পাণ্ডুলিপিত আমি এতিয়ালৈকে পোৱা নাই।

পুথিদুখনৰ বিষয়-সূচীবোৰ, তৈয়াৰ কৰি প্ৰতি বিষয়ৰ ওপৰে ওপৰে দিয়া হল।

বিনীত—

শ্ৰীহৰি নাৰায়ণ দত্ত বৰুৱা।

শ্রীকৃষ্ণায় নমঃ

# কূৰ্ম্মৱলী-যুদ্ধ

শ্ৰীকৃষ্ণ বন্দনা।

পদ।

জয় নমো নাৰায়ণ নিত্য নিৰঞ্জন।
ব্ৰহ্মা হৰে চিন্তে যাৰ অৰুণ চৰণ॥
চৰাচৰ পশু-পক্ষী যাৰ গুণ গায়।
ব্ৰহ্মা মহেশ্বৰে যাৰ অন্তক নাপায়॥১
অনন্ত বদনে যাৰ নাপাইলেক সীমা।
ইন্দ্ৰ চন্দ্ৰ বায়ু বহ্নি নাজানে মহিমা॥
হেনয় ঈশ্বৰ যিটো অগতিৰ গতি।
দৈৱকীৰ গৰ্ভে আসি কৈলা উতপতি॥২
গোকুলত থাকিলাহা ছাৱালৰ ছলে।
বান্ধিলা যশোদা তাক ভকতিৰ বলে॥

গৰু চাৰিলাহা প্ৰভু গোপ-শিশু সঙ্গে।
অসংখ্যাত অসুৰ বধিলা ভ্ৰুত ৰঙ্গে ॥৩
মথুৰাক যাই পাছে প্ৰভু দেৱ হৰি।
ধোবাৰ ছিঙ্গিলা মাথা মহাক্ৰোধ কৰি।
কুৱলয় কংসৰ সাধিলা নিজ কাজ।
বৃদ্ধ উগ্ৰসেনক পাতিলা মহাৰাজ।৪
পাছে পিতৃগৃহে প্ৰবেশিলা দেৱ হৰি।
কৌৰৱৰ মাজত পশিলা ৰঙ্গ কৰি॥
পাশা খেলাই পাণ্ডৱক বনক পঠাই।
সামাজিক ৰূপে প্ৰভু ৰঙ্গে ভাছা চাই।৫
মনত হৰিষে সবে শুনা সভাসদ।
কালভদ্ৰ পৰাজয় কৃষ্ম্বরলী বধ।
কহয়ে সাগৰ কবি কৃষ্ণ পাৱে ধৰি।
পদবন্ধে কবিতা কৰিলো যত্ন কৰি। ৬

দুৰ্য্যোধনৰ অশ্বমেধ যজ্ঞৰ আয়োজন।

যেবে পঞ্চ পাণ্ডৱ বনক চলি গৈলা।
দেখি কৌৰৱৰ মনে মহাৰঙ্গ ভৈলা॥

দুৰ্য্যোধন শকুনি সুশেন দুঃশাসন।
কৰ্ণ সমে বসি তাত কৰে আলোচন ॥৭
শকুনি বোলন্ত আৰে আদেশ নৃপতি।
সুধা যেবে কহো মই উত্তম যুগুতি ॥
যজ্ঞ কৰিলন্ত যুধিষ্ঠিৰ নৃপবৰ।
ৰহিল খিয়াতি যাতো চন্দ্ৰ দিবাকৰ ॥৮
শতাধিক যজ্ঞ আৰে কৰিয়ো আমাৰ।
ৰহিবেক যশ আৰো পুৰুষ উদ্ধাৰ ॥
হেন শুনি কৰ্ণে মানিলন্ত শকুনিক।
বুলিলা উত্তম কথা ভাল উপাধিক ॥৯
দুঃশাসনে বোলে দাদা শুনা দুৰ্য্যোধন।
যজ্ঞ কৰিবাক আমাসাৰ বৰ মন ॥
হেন শুনি দুৰ্য্যোধন ৰাজা মহামানী।
সবাকো সম্বোধি হেন বুলিলন্ত বাণী ॥১০
সবে ই থানত বসি থাকাহা সম্প্ৰতি।
পিতৃত পুছিয়া আসোঁ ইহাৰ যুগুতি ॥
এহি বুলি ৰাজা অভ্যন্তৰে গৈলা চলি।
যি থানত আছে ধৃতৰাষ্ট্ৰ মহাবলী ॥১১

ওচৰ চাপিয়া দুৰ্য্যোধন মহামানী।
চৰণে প্ৰণামি ধীৰে ধীৰে বোলে বাণী॥
শুনিয়োক পিতৃদেৱ গোচৰ আমাৰ।
যজ্ঞ কৰিবাক মন ভৈলেক সবাৰ॥১২
শকুনি সুসেন কৰ্ণ ভাই দুঃশাসন।
ই কাৰ্য্যক লাগি তাসম্বাৰ বৰ মন॥
হেন শুনি ধৃতৰাষ্ট্ৰ ৰাজা নৰেশ্বৰ।
দুৰ্য্যোধন তনয়ক দিলেক উত্তৰ॥১৩
আমাৰ বচন শুনা গান্ধাৰী নন্দন।
ইটো কথা শুনন্তে হৰিষ কৰে মন॥
পুছিবাক নালাগে মোহোত ইটো কথা।
কৰিয়োক যজ্ঞ তুমি নাহিকে অন্যথা॥১৪
শুনি ৰঙ্গ ভৈলা দুৰ্য্যোধন মহাবলী।
বাপক নমিয়া ৰাজা শীঘ্ৰে গৈলা চলি॥
কতবেলি অন্তৰে পাইলেক মেলঘৰ।
ৰঙ্গে যাই সভাত বসিলা নৰেশ্বৰ॥১৫
হাসি দুৰ্য্যোধন ৰাজা বুলিলা বচন।
মন দিয়া শুনিবাহা ৰাধা সুত কৰ্ণ॥

আন বীৰগণ শুনা আলচ আমাৰ ।
যজ্ঞ কৰিবাক প্ৰতি মিলায়ো সম্ভাৰ ॥১৬
পঞ্চবৰ্ণ ঘোটক মিলায়ো যত্ন কৰি ।
কৰিয়ো সুবেশ মোৰ সমস্ত নগৰী ॥
চৌপথ পদূলি সাজি সিঞ্চায়োক ফুল ।
থানে থানে কন্যাগণে কৰোক মঙ্গল ॥১৭
ৰাজাগণ ৰহিবাক সাজায়োক ঘৰ ।
ভোজনৰ দ্ৰব্য মানে আনিয়ো সত্বৰ ॥
বস্ত্ৰ অলঙ্কাৰ আদি আনা বহুধন ।
দশ দিশে চলোক আমাৰ দূতগণ ॥১৮
ধনৰ ভাণ্ডাৰ ভাঙ্গি পাণ্ডুৰ ৰাজাৰ ।
শকটে শকটে ভৰি আনিয়ো বিস্তৰ ॥
হেন শুনি সবাৰ হৰিষ ভৈলা মন ।
ইন্দ্ৰপ্ৰস্থ নগৰক চলিয়োক কৰ্ণ ॥১৯
লগতে চলোক দুঃশাসন বীৰবৰ ।
সৰ্ব্ব কাৰ্য্য ৰীতিমত কৰোক সত্বৰ ॥

যজ্ঞস্থলী নিৰ্মাণ ।

শাৰী শাৰী গৃহসব সাজালা প্ৰৱন্ধে ।
চৌপথে পদুলি সব সাজে নানা ৰঙ্গে ॥২০

পুষ্কৰিণী দেৱগৃহ সাজি থানে থান।
বিচিত্ৰ ভাণ্ডাৰ সব কৰিলা নিৰ্ম্মাণ॥
পাছে যজ্ঞ গৃহ সাজিলেক বীৰবৰ।
ধৱল পৰ্ব্বত হেন দেখি লাগে ডৰ॥২১
বাণিয়া কাহাঁৰ লোক কৰিলেক স্থিতি।
শাৰী শাৰী নিৰন্ধিলা ৰজতৰ চৌতি॥
সুৱৰ্ণৰ পাত কাসি সুৱৰ্ণ কৰালি।
সুৱৰ্ণৰ গুণা টানি বান্ধিলা মাড়লী॥২২
ৰূপহী সবক তাৰ দিলা সুৱৰ্ণৰ।
পাৰ্ব্বতীসবক তাৰ দিলা কি সুন্দৰ॥
শাৰী শাৰী নিৰন্ধিলা ৰজতৰ মণি।
শ্বেত নেত শুক্ৰ বস্ত্ৰে পাৰিলা পাতনি॥২৩
ৰজতৰ খাৰাসব দিলেক যতনে।
বেৰাক বান্ধিলা তাৰ সুৱৰ্ণ ৰতনে॥
ৰজতৰ পাতা দিয়া ছেৱে যত্ন কৰি।
উত্তৰে গহীন যেন দেখি শুক্ৰ গিৰী॥২৪
বান্ধিলেক কাঠি যেন সুৱৰ্ণ ৰজতে।
বান্ধিলা ধৰণাসব হীৰা মৰকতে॥

বতনৰ পাতা অসংখ্যাত দিলা টানি।
চাহান নাযাই ঝিকিমিকি কৰে ধুনি ॥২৫
প্ৰবন্ধে সাজিলা তাত অনেক পুতলি।
অঙ্গি ভঙ্গি কৰি আছে হাত তুলি তুলি ॥
সিংহ হস্তীগণক লেখিলা পালে পালে।
হৰিণ বৰাহ গৰু মহিষ ছাগলে ॥২৬
গড়ুৰক আদি কৰি যত পক্ষীচয়।
ভিপচিলা আদি কৰি লেখিলা কতয় ॥
এহিমতে যজ্ঞৰ সাজিলা ঘৰচয়।
শুনা পাছে যি কৰিলা ৰাধাৰ তনয় ॥২৭
ইন্দ্ৰপ্ৰস্থ নগৰক চালি বীৰবৰ।
সুবৰ্ণৰ যত গৃহ ভাঙ্গিলা বিস্তৰ ॥
শকটে শকটে ভৰি দিলেক পঠাই।
ধনৰ ভাণ্ডাৰ ভাঙ্গি আনিলা ছুনাই ॥২৮
এহিমতে সবে৹ৰাজ কাৰ্য্য নিয়োজিলা।
সেহি বেলা যজ্ঞৰ ঘোটক আনি দিলা ॥
হেন দেখি দুৰ্য্যোধন হৰিষ মনত।
সবাকো সম্বোধি হেন বুলিলা সম্মত ॥২৯

আমাৰ বচন শুনিয়োক বীৰচয়।
শাস্ত্ৰৰ বিহীত কাৰ্য্য কৰিবে লাগয়॥
ৰাধা-সুত কৰ্ণ পশ্চিমক গৈলা চলি।
উত্তৰে চলোক দুঃশাসন মহাবলী॥৩০
পূৰ্ব্বক চলোক দ্ৰোণ আচাৰ্য্য সম্প্ৰতি।
দক্ষিণে চলোক ভীষ্ম মোক্ষ সেনাপতি॥
চাৰিয়ো দিশক চলি গৈলা বীৰগণ।
দেশে দেশে ৰাজায় সহিতে মহাৰণ॥৩১
হেন দেখি সবাৰ হৰিষ ভৈলা মন।
নিশান-শবদে বোলে সাজ ৰাজগণ॥
ভিন্নে ভিন্নে আপোনাৰ লৈয়া সেনাগণ।
চাৰিয়ো দিশক চলি গৈলা ৰাজাগণ॥৩২
পশ্চিম দিশক ৰাধা সুত মহাবল।
বিনা যুদ্ধে ৰাজা জিনিলন্তক সকল॥
পূৰ্ব্ব দিশে যত যত নৃপতি আছিল।
মহাযুদ্ধে দ্ৰোণে সব ৰাজাক জিনিল॥৩৩
দক্ষিণত ভীষ্ম সেনাপতি অনুপম।
খেদি খেদি ৰাজাগণ কৰিলা সংগ্ৰাম॥

কুৰ্ম্মৱলী-যুদ্ধ।

অসংখ্যাত ৰাজাগণ ৰখি সমৰত।
লুৰি পুৰি সবাৰ আনিল ধন যত ॥৩৪
বৈশম্পায়ন বদতি শুনিয়ো মহাৰাজ।
আত অনন্তৰে পাছে যেন ভৈলা কাজ॥
ৰণ জিনি কৌৰৱৰ হৰিষ অপাৰ।
হেন মনে কৰে দেৱতাক দেওঁ ধাৰ ॥৩৫
পাছে দুৰ্য্যোধন ৰাজা পূৰি মনস্কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ॥



অশ্বমেধৰ অশ্ব মেলি দিয়া।

দুৰ্য্যোধন কহে মন্ত্ৰী শুনিয়ো বচন।
পণ্ডিত ব্ৰাহ্মণ মাতি আনা এতিক্ষণ ॥৩৬
ঘোটকৰ কপালত লেখা ভালমতে।
সবেও বিৰাজ কৰা ঘোৰাৰ লগতে॥
ধৃতৰাষ্ট্ৰ পিতৃক বিদায় মাগিছয়।
যাৱন্তেকে ফিৰিয়া পালটি নাহোঁ মই ॥৩৭
শুনি ৰঙ্গ ভৈলা তেবে ধৃতৰাষ্ট্ৰ ৰায়।
পণ্ডিত ব্ৰাহ্মণ আনিলেক ভাল চাই॥

লেখিলেক পত্ৰখান উত্তম নিয়ম।
দুৰ্য্যোধন ৰাজা দুৰ্জ্জনৰ মহা যম॥৩৮
সমদলে সকল কটকে আসে ধাই।
মেলিলেক ঘোৰা পাছে শুভক্ষণ চাই॥
ধৰিয়োক ঘোৰা যাৰ আছয় শকতি।
লগতে চলিছে দুঃশাসন মহামতি॥৩৯
এহিমতে পত্ৰখান পণ্ডিতে লেখিয়া।
ঘোটকৰ কপালত দিলেক বান্ধিয়া॥
কহিলেক পণ্ডিতে উত্তম ক্ষণ চাই।
মেলিলা যজ্ঞৰ ঘোৰা শুভক্ষণ পাই॥৪০
লগত চলিলা দুঃশাসন বীৰবৰ।
জয় জয় শব্দ উঠিলা ভয়ঙ্কৰ॥
প্ৰবল ঘোটকগোট মহাবেগে চলে।
ৰত্নে বিৰচিত ঘোৰা সূৰ্য্য সম জ্বলে॥৪১
দেশে দেশে ঘোটক ভ্ৰময় নিৰন্তৰ।
প্ৰবেশিলা পাছে কূৰ্ম্মবলীৰ নগৰ॥

## কূৰ্ম্মৱলী নগৰৰ বিৱৰণ।

সিটো নগৰৰ প্ৰজা পৰম সুবেশ।
সুকুমাৰ তনু অতি স্থলে দীৰ্ঘকেশ ॥৪২
সমস্ত তৰুণ দেহা অতি মনোহৰ।
নিৰন্তৰ প্ৰজাসব দেৱ সমসৰ ॥
নয়নাসে কটাক্ষে ফুৰয় নাৰীগণে।
কন্দৰ্পৰো দৰ্প হৰে যাক দৰশনে ॥৪৩
সৰ্ব্বকালে যৌৱন লম্বিত স্তুহিকয়।
লয়নু পুতলি যেন দেখি সেহি নয় ॥
আয়ত লোচন চাৰু ক্ষীণ যে কঙ্কাল।
বত্তাসত্ত হালে যেন শ্ৰীফলৰ ডাল ॥ ৪৪
হেন নাৰীগণ তৈতে আনন্দে ভ্ৰমন্ত।
কোকিলৰ কুহুঁ কুহুঁ মলয়া বসন্ত ॥
সুবৰ্ণৰ চৌপথ পদূলি সুবৰ্ণৰ।
পশু পক্ষী যত সুবৰ্ণৰ নিৰন্তৰ ॥৪৫
সুবৰ্ণৰ গুৰু তৃণ লতা আছে যত।
দেখয় সুবৰ্ণময় যতেক পৰ্ব্বত ॥

সুবৰ্ণৰ বৃক্ষসব সুবৰ্ণৰ ফল।
সুবৰ্ণৰ পত্ৰসব পৰম নিৰ্ম্মল ॥৪৬
সুবৰ্ণৰ পুষ্পসব আছে ফুলি কুলি।
গাছতে পকিয়া আছে সুবৰ্ণ কদলী ॥
হীৰা মৰকতে গৃহ বান্ধিছে ৰাজাৰ।
দেখয় সুবৰ্ণময় জগততে সাৰ ॥৪৭
সৰ্ব্বাঙ্গে সুন্দৰ একো অঙ্গে নুহি ক্ষীণ।
প্ৰকাশে ভূমিত দ্বিতী অত্ৰাবতী যেন ॥

কৰ্ম্মৱলীৰ হাতত অশ্বমেধৰ ঘোৰা আবদ্ধ।

সেহি নগৰত পশি ঘোটক দুৰ্জ্জয়।
পৰম আনন্দে সিটো চেহনি মাৰয় ॥৪৮
সেহিবেলা নৃপতিৰ মন্ত্ৰী বুদ্ধিমন্ত।
সুবৰ্ণ সদৃশ ঘোৰা গোট দেখিলন্ত ॥
পৰম সুন্দৰ ঘোৰা দেখি বিদ্যমান।
আথে বেথে মন্ত্ৰী নৃপতিত দিলা জান ॥৪৯
হেনশুনি ৰাজা আদেশিলা শীঘ্ৰ কৰি।
সমদলে কটকে ঘোৰাক আন ধৰি ॥

নৃপতিৰ আদেশ শুনিয়া সৈন্যগণ।
বেড়ি যাই ঘোৰাক ধৰিলা তেতিক্ষণ ॥৫০
মহা যত্নে ঘোৰা গোট থৈলেক বান্ধিয়া
কপালৰ পত্ৰখান আনিলা কাঢ়িয়া ॥
কহিলেক পত্ৰখান যেহেন লক্ষণ।
কৌৰৱৰ বংশে জাত ৰাজা দুৰ্য্যোধন ॥৫১
পৰম প্ৰবল ৰাজা ধৃতৰাষ্ট্ৰ সুত।
ধৰণী মণ্ডলে ৰাজা অতি অদভুত ॥
একছত্ৰে খাটে পৃথিবীৰ ৰাজগণ।
ভৃত্য যেন খাটয় যোগাৱে কৰ-ধন ॥৫২
যজ্ঞ কৰিবাক মনে ঘোটক মেলিলা।
ভ্ৰাতৃ দুঃশাসনক লগতে ৰক্ষা দিলা ॥
ধৰিবেক ঘোৰা যাৰ শকতি আছয়।
সপুত্ৰ বান্ধৱে তাৰ কৰিবো প্ৰলয় ॥ ৫৩
পত্ৰ শুনি ক্ৰোধে জ্বলিলেক নৰেশ্বৰ।
শুনি আছো দুৰ্য্যোধন ৰাজা ভয়ঙ্কৰ ॥
শকুনি সুসেন কৰ্ণ দ্ৰোণ ভীষ্ম ৰায়।
সমদলে কটকে নগৰে আসে ধাই ॥৫৪

আনো অসংখ্যাত সাজি আসে নিৰন্তৰ।
কত কত জনৰ যে মিলিলা সমৰ॥
হেন শুনি বুদ্ধিমন্ত শীঘ্ৰে গৈলা চলি।
যি থানত আছে কালভদ্ৰ মহাবলী॥৫৫
কহিলন্ত নৃপতিৰ কথা যত যত।
শুনি কালভদ্ৰ ভৈল হৰিষ মনত॥
মনে ৰঙ্গ সমৰত আমাৰ চিৰকাল।
জানিলো নিশ্চয় ঘোৰ সমৰ মিলিল॥৫৬
এহি বুলি কালভদ্ৰ যোদ্ধা সেনাপতি।
জান দিয়া বহুলোক আনিলেক মাতি॥

কালভদ্ৰ আৰু দুঃশাসনৰ যুদ্ধ।

সাজিয়োক সেনাগণ বিলম্ব নকৰ।
ধৰিলা ঘোটক ঘোৰ মিলিল সমৰ॥৫৭
হেন শুনি বাজেনীয়া যতেক প্ৰধান।
পৰম আনন্দে সবে বজাৱে নিসান॥
কুবাৰে নিসান মহা আনন্দতে চড়ে।
সমৰক চলো বুলি বাজে থৰতৰে॥৫৮

হেন শুনি যুদ্ধক সাজিলা বীৰগণ।
মাহুতে সহিতে হস্তী যুজিবাক মন॥
ৰথী সমে ৰথ সম ৰাহুতে ঘোটক।
বাক খাণ্ডা ধৰি সবে আসিলা কটক॥৫৯
নানাবিধ অস্ত্র সাজি সসৈন্যে দুৰ্ব্বাৰ।
নৃপতিৰ আগে গৈয়া ভৈলা পয়োসাৰ॥
কালভদ্র সেনাপতি সমে সেনাচয়।
বাৰিষাৰ মেঘ যেন দেখি লাগে ভয়॥৬০
হয় হস্তী পদাতি ভৈলেক একস্থান।
পদাতিৰ আন্দোলে পৃথিবী কম্পমান॥
হেন দেখি কূৰ্ম্মৰলী ৰাজা নৰেশ্বৰ।
সবাকো সম্বোধি হেন দিলেক উত্তৰ॥৬১
আমাৰ বচন শুনা পদাতি সকল।
শুনা ভাই কালভদ্র সেনা মহাবল॥
ঘোটকৰ লগত আছিছে দুঃসাশন।
সেই সমে আগে কৰিয়োক ঘোৰৰণ॥৬২
সৈন্যগণ সহ সিটো আসিয়াছে সাজি।
কৰিয়ো সমৰ ভয় নকৰিবা আজি॥

শুনি আছো দুঃশাসন সমৰে প্ৰধান।
সমৰত জিনি হাতে গলে বান্ধি আন ॥৬৩
পোতাশালে বন্দী কৰি থঔ ভালমতে।
ডেঙ্গেৰে ফুৰাম মই নগৰ সমস্তে ॥
তাৰ পাছে আসোক নৃপতি দুৰ্যোধন।
তাৰ সঙ্গে মোহোৰ হৈবেক ঘোৰ ৰণ ॥৬৪
হেন শুনি কালভদ্ৰ বীৰ মহাবলী।
সসৈন্যে সানন্দে শীঘ্ৰে বেগে গৈলা চলি ॥
মহাবেগে গৈলা চলি খানিকো নাপেক্ষি।
দুঃশাসন সমে সবে ভৈলা দেখা দেখি ॥৬৫
সেহিবেলা দুঃশাসনে যি কৰিলা কাজ।
সমৰক লাগিয়া ভৈলেক সবে সাজ ॥
কালভদ্ৰ সেনাপতি খেদি লাগ পাই।
দুই দলে মহাক্ৰোধে যুজিবাক যাই ॥৬৬
বাকৰাবী লোকে খেদি যাই বাক পাতি।
খাণ্ডাৱে লাগিয়া কুৰাকুৰি হাতাহাতি ॥
ধানুকী সকলে যুজি পদাতি পদাতি।
মাহুতে মাহুতে যুজে ৰথী ৰথগতি ॥৬৭

এহিমতে ঘোৰ যুদ্ধ মিলিল অপাৰ।
হুলস্থূল আন্দোল যে হইল তাহাৰ॥
অনেক পৰিল বীৰ সম্মুখ সমৰে।
তথাপিতো পিছক নচাৱে কোনো নৰে॥৬৮
বোলন্ত সাংগা কৰি অতি অল্প মতি।
কৰযোৰে মহন্ত জনক কৰো নতি॥
মূৰ্খ হেন জানি নিন্দা নকৰিবা মোক।
যেন তেন মতে কৃষ্ণ কীৰ্ত্তনেসে হৌক॥৬৯
কৃষ্ণসে দেৱৰ দেব জানা নিষ্ঠ কৰি।
খণ্ডোক আপদ ডাকি বোলা হৰি হৰি॥৭০

---

দুঃশাসন নাগপাশত বন্ধ।

## দুলৰী।

ঋষিয়ে বোলয়, ৰাজা জন্মেজয়
শুনিয়োক পাছকথা।
যেবে দুঃশাসন, হাৰিলেক ৰণ
কৰিলা যেন অৱস্থা॥

নাগপাশে বন্দী হুয়া দুঃশাসন
ৰণ মাজে পৰি আছে।
দেখি কালভদ্রে সবাকো চাহিয়া
হৰিষে মাতিলা পাছে॥৭১
আমাৰ বচন শুনা বীৰগণ
লয়ো আক সাঙ্গী কৰি।
নৃপতিৰ আগে দেওঁ ভেট কৰি
দেখিয়োক নৰ নাৰী॥
হেন শুনি সবে সাঙ্গীবান্ধি লৈয়া
নগৰক লাগি গৈলা।
বসিয়া আছন্ত ৰাজা কৃষ্ণৰুক্মী
সভামধ্যে ভেট পাইলা॥৭২
আগ বাঢ়ি যাই মোক্ষ সেনাপতি
কালভদ্র মহাবীৰ।
সমীপ চাপিয়া কৰিলা প্রণাম
মাতিলন্ত ধীকে ধীৰ॥
তোমাৰ প্রসাদে লভিলোঁ বিজয়
আনি আছো দুঃশাসন।

শুনি কূৰ্ম্মবলী বাজা মহাবলী
হৰষিত ভৈলা মন।৭৩
কালভদ্র আদি সমস্ত সেনাক
দিলা ধন বত্ন বিত।
বীৰ কালভদ্র সৈন্য অধিকাৰী
হৰষিত ভৈলা চিত॥
পাছে কূৰ্ম্মবলী আনন্দে বুলিলা
শুনিয়োক সেনা-বল।
নগৰত নিয়া ফুৰায়ো ইহাক
দেখোক প্রজা সকল॥ ৭৪
হেন শুনিসবে সাঙ্গী বান্ধি লৈয়া
পশিলা যাই নগৰ।
দুন্দুভি কোবায় নিশান উড়াই
হৰিষ মন লোকৰ॥
সাঙ্গী বান্ধি নেই প্রজাসবে দেখে
বেঢ়ি চাৰে নাৰীগণ।
কৌৰৱ-বংশৰ বাজা দুৰ্য্যোধন
তান ভাই দুঃশাসন।৭৫

এহিমতে সবে যত নব নাৰী
চাহয় আনন্দ কৰি।
পুনৰপি আনি ৰাজাৰ আগত
জগাইলেক সাক্ষী কৰি।
দেখি কৰ্ম্মৱলী হৰিষ মনত
বুলিলা সবাকো চাই।
পোতাশালে নিয়া থৈয়ো বন্দী কৰি
বিলম্বক মুযুৱাই ॥৭৬
হেন শুনি যত ৰক্ষীয়া কটক
ৰাজাৰ বুজিয়া মন।
পোতাশালে নিয়া কৰিলেক বন্দী
কৰিয়া অতি যতন॥
ঋষিয়ে বোলয় শুনা জন্মেজয়
পাছে যেন ভৈল কাজ।
যেবে ৰণ জিনি কৰিলেক বন্দী
দুঃশাসন যুৱৰাজ ॥৭৭
দেখি কুৰুসেনা মহাত্ৰাস হুয়া
পাছক লগিয়া লবে।

কূৰ্ম্মবলী সেনা আনন্দ কৰিয়া
খেদি খেদি কত ধৰে।
কত সেনাগণ কোবায় মাৰয়
কত আনে বান্ধি ধৰি।
কিলন্তে কুবন্তে টানন্তে ঘোচন্তে
কত কত গৈলা মৰি॥৭৮

কত সেনাগণ ত্ৰাসন্তে পলায়
ৰাখিয়া নিজ পৰাণ।
দেশ দেশান্তৰ পলাই নিৰন্তৰ
নৃপতিত দিলা জান।
আদেশ নৃপতি শুনিয়ো সম্প্ৰতি
বিনাশ ভৈলাহে ৰাজ।
সমস্ত জিনি কৰিলেক বন্দী
দুঃশাসন মহাৰাজ॥৭৯

হাতে গলে বান্ধি নিলন্ত ধৰিয়া
নগৰ পশিলা যাই।
নজানিলোঁ ভৈত অন্তেষ পুৰত
কৰিলা কিবা বিলাই।

শুনি দুৰ্য্যোধনে দেখিলা যমক
শোক-অগ্নি গৈলা জ্বলি।
সমস্তে সংসাৰ তমোময় দেখে
ভূমিত পৰিলা ঢলি ॥৮০
কত বেলি মানে ৰাজা দুৰ্য্যোধন
শৰীৰে চেতন পাই।
ধৰ ফৰ কৰি উঠিয়া বসিলা
নিদ্ৰাত যেন জাগয় ॥
কথমপি চিত্ত কৰিলন্ত স্থিৰ
কিছো সন্ধুক্ষণ ভৈলা।
প্ৰাণ সমসৰ কনিষ্ঠৰ গুণ
সুমৰি কান্দিবে লৈলা ॥৮১
হৰি হৰি বাপ প্ৰাণৰ সোদৰ
কিমতে দুঃখ ৰক্ষিবি।
সিটো পোতাশালে ঘোৰ যাতনাত
কিমতে পৰি থাকিবি ॥
দশ পঞ্চ দিনে দিবেক আহাৰ
থৈবে বান্ধি হাতে গলে।

মুখ চাই তোৰ অনেক ভৰ্ৎসিবে
তাক স্মৰি অগ্নি জ্বলে ॥৮২
অকাৰা তণ্ডুল দিবে এক মুঠি
নিদিবেক তৈল ঘিউ।
সিটো অন্ন তই খাইবি কেন কৰি
কিমতে ৰাখিবি জিউ ॥
ক্ষুধাৰ্ত্ত ভূমিত শয়ন কৰিবি
ন হইবেক তৃণো সৰি।
কিমতে তাহাত নিদ্ৰা কৰিবাহা
থাকিবিহি কেন কৰি ॥৮৩
পঞ্চামৃতে নিত্য কৰস ভোজন
পৰম সুন্দৰ ভোগ ॥
দিব্য সিংহাসনে সুখ নাহি লাগে
সদা হয় অভিযোগ ॥
ইহাক স্মৰিয়া নসহে পৰাণ
শৰীৰং কৰে দগধ।
এহি বুলি ৰাজা দেখে তমোময়
বাক্য ভৈলা নিশবদ ॥৮৪

কতো বেলি অন্তে ৰাজা দুৰ্য্যোধন
স্থিৰ কৰিলেক বুদ্ধি।
জানিলো নিশ্চয় আপদ কালৰ
ধৈৰ্য্যসে বৰ ঔষধি।
এহিমতে গুণি ৰাজা মনে মানি
কৰিলেক দৃঢ় মন।
দ্ৰোণ ভীষ্ম কৰ্ণ সবাকো চাহিয়া
বুলিলা পাছে বচন ॥৮৫
শুনা বীৰগণ নসহে পৰাণ
বিলম্বক নজুৱাই
সমৰক লাগি আহা শীঘ্ৰ কৰি
কিছো অৱসৰ নাই।
শুনি ভীষ্ম দ্ৰোণ শকুনি সুসেন
ৰাধা সুত মহাবল।
সমৰক প্ৰতি ভৈলা সব সাজ
মনে কৰি কৌতুহল ॥৮৬
দুৰ্য্যোধন আদি উনশত ভাই
সবে ভৈলা পৰি সাজ।

সৈন্ধব দেশৰ সাজি আসিবেক
জয়দ্ৰথ মহাৰাজ ॥
বিৰাট আসিয়া ভৈলা সব সাজ
মৎস্যৰাজ মহাবলী।
দ্ৰুপদ নৃপতি সেনাগণ সমে
তেতিক্ষণে গৈলা চলি॥
আন অসংখ্যাত আসিলা নৃপতি
সমৰক হুয়া সাজ।
যুদ্ধক প্ৰৱন্ধে ৰঙ্গে সাজিলেক
দুৰ্য্যোধন মহাৰাজ ॥
শুনা সভাসদ ভাৰতৰ পদ
সম্যকে পাপৰ জুই।
দেহাঙ্গ ভূষণ ভক্ষ পঞ্চামৃত
জানা আক সমতুই ॥৮৮
জীৱন্তে ভকতি মৰিলে মুকুতি
গতি হয় পৰকালে।
ত্যজা আন কাম বোলা ৰাম ৰাম
পুৰুষ উদ্ধাৰা ভালে ॥৮৯

## দুর্য্যোধনৰ ৰণযাত্ৰা।

### পদ।

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
যুদ্ধক প্ৰবন্ধে দুৰ্য্যোধন নৃপৱৰ॥
কৱচ পিন্ধিয়া শৰীৰৰ আৱৰণ।
পৰিধান কৰিলেক দেৱাঙ্গ ভূষণ॥৯০
মাথে পিন্ধিলেক পাচে শৰীৰ শোভন।
কণ্ঠমধ্যে লইলেক হাৰ বিত্তোপন॥
কৰত কঙ্কণ অতি হাৰ সাতসৰি।
কঙ্কালত ঘুগুৰা বান্ধিলা যত্ন কৰি।৯১
বক্ষস্থলে পিন্ধিলেক অগৰু চন্দন।
কপালত সুবর্ণৰ চিঠি * বিত্তোপন॥
দশ আঙ্গুলিত পিন্ধি সুবর্ণ-আঙ্গুঠি।
ৰত্নৰ নূপূৰ পাৱে স্বৰ্ণৰ উঝটি॥৯২
শৰীৰত বস্ত্ৰ কঙ্কালত পাটভূণি।
ৰত্নে বিৰচিত জিলি মিলি কৰে কান্তি॥

---

* চিঠি :—চিঠিপাতি, কপালজেঠী।

এহিমতে অলঙ্কাৰ পিন্ধিলা বিস্তৰ।
সাৰথিক সম্বোধিয়া দিলন্ত উত্তৰ ॥৯৩
শুনিয়োঁ সাৰথি মোৰ বচন বিহিত।
শীঘ্ৰকৰি ৰথ খান কৰ সালঙ্কৃত ॥
আথে বেথে যাই কটকত দিলা জান।
শুনোক সকলে মোৰ বচন প্ৰধান।৯৪
চলিবে লাগয় মোৰ দুৰন্তৰ পথ।
ভোজন সম্ভাৰ মানে লয়োক লগত ॥
তেলী মালী কাহাৰ কমাৰ যত লোক।
পহাৰি খামাৰি সমস্তেয়ো চলিয়োক ॥৯৫
পৰত খুজিবে যেন নালাগে বস্তুক।
শকটে শকটে ভৰি লয়োক বহুত।
পানীশালা অগ্নিশালা অন্নশালা লোক।
বৃষভৰ স্কন্ধে সাঙ্গী কৰিয়া লয়োক ॥৯৬
খৰি-ডাল পৰ্য্যন্তে নালাগে খুজিবাক।
যতেক আছয় মোৰ ৰাজনীয়া লোক।
সমস্তে চলোক মোৰ লগত সম্প্ৰতি।
হেন শুনি আথে বেথে চলিলা সাৰথি ॥৯৭

বেগে যাই সবাত কহিলা বিত্তমান।
শীঘ্রকৰি আনি সাজিলেক ৰথখান॥
শ্বেতবৰ্ণ চাৰিগোট যুৰিলেক বাজী।
সমস্তে অস্ত্ৰক নিবন্ধিয়া হৈল সাজি॥৯৮
দিলেক ঝঞ্চনা খান ৰত্নে বিৰচিত।
সুবৰ্ণ সদৃশ ধ্বজগোট বিপৰীত॥
কপালত আৰপিল সুবৰ্ণ দাপনি।
পাৱত ঘুগুৰা দিলা কৰে ঝিলি মিলি॥৯৯
সুবৰ্ণ ৰত্নে মণ্ডিলেক ৰথখান।
ভূমিত নামিছে যেন দেৱৰ বিমান।
হেনয় সুন্দৰ ৰথ পৰম সুমতি।
ৰাজাৰ আগত আনি যোগালে সাৰথি॥১০০
ৰথ আসিবাক দেখি ৰাজা দুৰ্য্যোধন।
সমাজৰ হস্তে উঠিলেক তেতিক্ষণ॥
ভীষ্ম দ্ৰোণ আদি কৰি যতেক আছিল।
গিৰিসিতে তাৰক্ষণে সিখানে চলিল॥১০১

*ঝঞ্চনা:—ঝণক, অলঙ্কাৰ বিশেষ।

শুভক্ষণে যাত্ৰা কৰিলন্ত নৃপবৰ।
জয় হৰিধ্বনি কৰিলেক ভয়ঙ্কৰ॥
ধীৰে ধীৰে দেও দিয়া চৰিলা ৰথত।
ভীষ্ম আদি যোধগণ চলিলা লগত॥১০২
বিৰাট দ্ৰুপদ আদি আছিলেক যত
যুঞ্জিবাক মনে সবে হৰিষ মনত॥
এথ সমে দুৰ্য্যোধন প্ৰকাশ কৰয়।
সপ্ত ঘোটকত যেন আদিত্য জ্বলয়॥১০৩
পাছত চলয় তাৰ উনশত ভাই।
যতেক কটক তাৰ লেখা জোখা নাই॥
ৰাজনীয়া লোক তাৰ যতেক থাকয়।
ক্ৰমস্বয়ে সমস্তেও ৰণক চলয়॥১০৪
বীৰ ঢাক কৰতাল বাজাৱে কাঁহাল
ৰমুছি দোভাৰা বাজে বিপঞ্চি মাদাল॥
গোমুখ কৰ্ণাল ভেৰী ঢোল চন্দ্ৰহাঁস।
সাৰিজে বঞ্জাৰ বেণু কদ্ৰকা বলাস॥১০৫
বালি মৌৰি বাঁশী বেন আন বাদ্য যত
পৰম আনন্দে বাজে সেই সমস্তত॥

প্রজার আন্দোলে ঘনে কম্পে বসুমতী ।
কৈলাশত সচকিত হৈলা পশুপতি ॥১০৬
জল স্থল নাগ পশু পক্ষীৰ বিস্ময় ।
স্বৰ্গে থাকি দেৱতাসবৰ হৈলা ভয় ॥
হুয়া চমৎকাৰ পাছে ৰাজা দুৰ্য্যোধন ।
শুভক্ষণ যাত্ৰা পায় কৰিলা গমন ॥১০৭
লগত লৰিলা ভীষ্ম দ্ৰোণ আদি যত ।
অসংখ্যাত ৰাজাগণ লৰিলা পাছত ॥
সামান্য সেনাৰ কিছো লেখা জোখা নাই ।
জল স্থল পৃথিবী সহিতে চলি যাই ॥ ০৮
নদী নদ গ্ৰাম দেশ গিৰি নিৰন্তৰ ।
সম কৰি চলে কুৰু সেনা বহুতৰ ॥
দোকানী পোহাৰী লোক চলয় পাছত ।
শকটে শকটে ভৰি বস্তু চলে যত ॥১০৯
এহিমতে দিনত চলিল প্ৰজাচয় ।
গধূলি হৈলেক ভৰি হাত নচলয় ॥
হাথিবাক নাপাৰয় সেনাগণ যত ।
তেতিক্ষণে দিবাকৰ হৈলা অস্তগত ॥১১০

সেই সময়তে ভীষ্ম সেনাপতি বীৰ।
দুৰ্য্যোধন ৰাজাক মাতিলা ধীৰে ধীৰ॥
আমাৰ বচন শুনিয়োক মহাবল।
হাথিব নাপাৰে দেখো কটক সকল॥১১১
আত ৰাতি বঞ্চিযোক সসৈন্য সহিতে।
ৰাত্রি-অৱসানে চলো সেনা সমন্বিতে॥
সেহি সময়তে পাছে ৰাধা-সুত কৰ্ণ।
মহাক্রোধে গাঙ্গেয়ক বুলিলা বচন॥১১২
ইথানত ৰাত্রি বঞ্চিবাৰ কিবা কাজ।
পোতাশালে আছে দুঃশাসন যুৱৰাজ॥
একদিনে এক যুগ তাহান মনত।
কোন কাৰ্য্য সাধিবাহা থাকি ইথানত॥১১৩
চলোক সকল সেনা হাতে খাণ্ডাধৰি।
হেন শুনি দ্রোণে মাতিলেক ক্রোধ কৰি॥
তোহোৰ শৰীৰে বল আছয় বিস্তৰ।
হৰিষে চলাস.গাৱে নাহিকে ভাগৰ॥১১৪
তোৰ বলে হাথিবে নাপাৰে সেনাগণ।
ঝাট থাই পৰয় সন্মুখে জল যেন॥

লাল কাল ভৈলা প্ৰজা নাপাৰে চলিতে।
মোৰ মন ইহাত যে উচিত ৰহিতে॥১১৫
দুহিকে কহিলে তোৰা শীঘ্ৰ কৰি যাই।
দেখিবোহো সবাৰে নয়ন মলি খাই॥
শুনি আছো কূৰ্ম্মৱলী প্ৰচণ্ড নৃপতি।
কালভদ্ৰ নাম তাৰ মোক্ষ সেনাপতি॥১১৬
আছোক মনুষ্য তাৰ দেৱে নহে সম।
মহাবলৱন্ত ৰাজা পৰম বিক্ৰম॥
যতেক দেখহ কুৰু কটক বিস্তৰ।
তাহাৰ আগত সবে তৃণ সমসৰ॥১১৭
মৃগৰ আগত যেন প্ৰচণ্ড কেশৰী।
কোনোজনে তাহাক যুজিব ধনু ধৰি॥
সম্মুখ সমৰে সম কোনোজন নাই।
একমাত্ৰ ভীষ্মৰ মাজানো অভিপ্ৰায়॥১১৮
আমাৰ বচন শুনিয়োক দুৰ্য্যোধন।
জিৰাযোক আতে ৰহিয়োক সেনাগণ॥
হেন শুনি দুৰ্য্যোধন নামিল ৰথৰ।
সুপকাৰে ৰহিলেক সেনা নিৰন্তৰ॥১১৯

সেহি সময়তে পাছে ৰাজা দুৰ্য্যোধন।
সবাকো সম্বোধি হেন বুলিলা বচন॥
আপোনাৰ বস্তু যত আছয় জগত।
কৰিয়ো ভোজন সবে ৰাজাগণ যত॥১২০
যাহাৰ জগত খাদ্য নাহি বিদ্যমান।
পহাৰীৰ শকটৰ শীঘ্ৰ কৰি আন॥
ভুঞ্জিয়োক সেনাগণ যাৰ যিবা আশ।
অভোজনে নাথাকিবা প্ৰথম প্ৰবাস॥১২১
আৰু এক কথা কহো শুনিয়োক কৰ্ণ।
শীঘ্ৰ কৰিয়োক কাষ্ঠ গড়ৰ যতন॥
ৰাজাৰ বচন হেন শুনিলেক কৰ্ণ।
কৰিলেক কাষ্ঠ-গড় থান তেতিক্ষণ॥১২২
এহিমতে ৰহিলেক ৰাজা দুৰ্য্যোধন।
পালি পহৰীয়া লোকে দিলেক দোকান॥
উপৰত্ত চন্দ্ৰতাপ আৰিলা দুনাই।
কৰিলা ভোজন দুৰ্য্যোধন মহাৰায়॥১২৩
ষড়ৰস পঞ্চামৃত কৰিলা ভোজন।
কৰ্পূৰ তাম্বুল ভুঞ্জিলেক তেতিক্ষণ॥

সিংহাসন খাটে গৈয়া শয়ন করিলা।
পালি পহরীয়া লোকে চৌভিতি রহিলা॥১২৪
আন রাজাগণ মানে করিলা ভোজন।
নিজ নিজ স্থানে সবে করিলা শয়ন॥
ভীষ্ম দ্রোণ আদি করি যতেক আছিলা।
ভোজন করিয়া পাছে শয়ন করিলা॥১২৫
প্রজাগণে ভোজন করিলা মহাসুখে।
নিদ্রা গৈলা সকলে পরিয়া মহা দুখে॥
এহিমতে রাত্রি গোট অবসান করি।
উদয় ভৈলন্ত ভানু রজনী সংহারি॥১২৬
সেহি বেলা রাজাগণ লভিলা চেতন।
পাইলেক চেতন আরু যত সেনাগণ॥
মহারাজ দুর্য্যোধন নিদ্রা পরিহরি।
সিংহাসন হন্তে উঠিলেক ত্বরা করি॥১২৭
উপাসি রহিলা পাত্র মন্ত্রী যি সকল।
সাজী করি আনি লোকে যোগাইলেক জল॥
শকটর পরা আনি নিলেক ত্বরিতে।
দেখি দুর্য্যোধন বর হরষিত চিত্ত॥১২৮

স্নান করি দেৱতাক করিলা পূজন।
বিধিমতে রাজা পাছে করিলা ভোজন॥
আন রাজাগণে আনিলেক ডাব-জল।
স্নান পান ভোজন করিলা কৌতূহল॥১২৯
আন রাজাগণ যত আছিলা বিস্তর।
স্নান করি ভোজন করিলা নিরন্তর॥
সেনাগণ সমে পাছে রাজা দুর্য্যোধন।
কূর্ম্মরলী নগরক করিলা গমন॥১৩০
ঘোরতর বন, সেতু এড়ালা বিস্তর।
পর্ব্বত দুর্গম নদী গ্রাম বহুতর॥
মহা দুখে চলে কুরুসেনা নিরন্তর।
দ্বাদশ দিবসে পাইলা কূর্ম্মর নগর॥১৩১
দোকানী পহারীলোক আছিলেক যত।
দ্বিতীয় প্রহর হন্তে রহিলা পাছত॥

### কূর্ম্মরলীর যুদ্ধ আয়োজন।

সেহি বেলা কূর্ম্মরলী যত সৈন্যগণ।
নৃপতির আগে যাই কৈলা ভেতিক্ষণ॥১৩২

আগবাঢ়ি সবেয়ো কৰিলা হাতযোৰ।
শাৰী হুয়া জানুপাৰি দিলেক গোচৰ।
আদেশ নৃপতি ভৈলা অধন্তৰ কাজ।
সমবক আইলা দুর্য্যোধন মহাৰাজ।১৩৩
অসংখ্য কটক সমে আসিয়াছে সাজি।
বিনাশ ভৈলন্ত কাজ চিন্তিয়োক আজি॥
হয় হস্তী ৰথ ৰথী আসিয়াছে যত।
অনেক দিবস লাগে লেখা দিব কত।১৩৪
সাগৰ সমান সৈন্য অসংখ্যাত প্ৰজা।
আছোক সেনাক কোনে লেখিবেক ৰাজা।
নাজানো আমাৰ আজি কিহয় অৱস্থা।
মুখ্য মুখ্য বীৰ শুনিয়ো কহো কথা॥১৩৫
আপোনাৰ ভাই তাৰ এক ঊণশত।
মহাবলী ৰাজ-সুত আছিছে বহুত॥
আসিয়াছে সেনাপতি গঙ্গাৰ কুমাৰ।
দ্ৰোণ নামে আসিয়াছে মুনিষ দুর্ব্বাৰ।১৩৬
সুসেন শকুনি কর্ণ মহা বুদ্ধিবন্ত।
জয়দ্ৰথ আসিয়াছে বৰ বলৱন্ত॥

দ্ৰুপদ নৃপতি আসিয়াছে বিদ্যমান।
সমদলে বিৰাট আসিছে সেই থান ॥১৩৭
আন আন ৰাজগণ আসিছে বহুত।
হেন জানি কহিয়োক যেহেন যুগুত ॥
শুনি কূৰ্ম্মবলী ৰাজা দিলা সমিধান।
কালভদ্ৰ বীৰক সত্বৰে মাতি আন ॥১২৮
হেন শুনি গৈলা চলি দূত মহাশয়।
যৈত আছে কালভদ্ৰ মুনিষ দুৰ্জ্জয় ॥
কৰযোৰে দূতে বিনাৰম্ভ বাক্যচয়।
ৰাজাৰ আগক শীঘ্ৰে যাইবাক লাগয় ॥১৩৯
ৰাজা দুৰ্য্যোধন সমৰক আইলা সাজি।
নকৰা বিলম্ব ঝাণ্টে উঠিয়োক সাজি ॥
দূতৰ বচন শুনিলেক মহাবলী।
ৰাজাৰ পাশক শীঘ্ৰ বেগে গৈলা চলি ॥১৪০
সমীপ চাপিয়া বীৰে কৰিলা সেৱপি।
আসন পাতিয়া বসিলন্ত মহাবলী ॥
দেখি কূৰ্ম্মবলীৰ হৰিষ ভৈলা মন।
সাদৰ কৰিয়া ৰাজা বুলিলা বচন ॥১৪১

শুনা সভাসদ ইটো ভাবতব কথা।
ইহেন মনুষ্য জন্ম নকবিয়ো বৃথা॥
ঈশ্ববব জন্ম কথা সংসাবতে সাব।
কলিযুগে আতপবে ধর্ম্ম নাহি আব॥১৪২
সংসাব সাগবে তবী কৃষ্ণব চবণ।
বোলা বাম বাম সবে সভাসদগণ॥১৪৩

## চুলবী।

আমাব বচন শুনা কালভদ্র
সাজিয়োক এতিক্ষণ।
আজিব সমব হৈব ভয়ঙ্কব
আসিয়াছে দুর্য্যোধন॥
ভীষ্ম দ্রোণ আদি অসংখ্যাত বীব
লগতে আসিছে সাজি।

জানিছো নিশ্চয় দুৰ্য্যোৱ সমৱ
কন্দল মিলিব আজি ॥১৪৪
শুনি কালচন্দ্ৰ হৰিষে চলিলা
ৰাজাক কৰি প্ৰণাম।
হয় হস্তী ৰথ পদাতি সমস্ত
দেখিবাক অনুপাম।
পাছে কূৰ্ম্মৱলী সাৰথিক চাই
শীঘ্ৰে দিলা সম্বিধান।
নকৰি বিলম্ব উঠিয়োক ঝাণ্টে
সাজিয়োক ৰথ খান ॥১৪৫
শুনিয়া সাৰথি গৈলা আথে বেথে
আনিলা ঘোটক ধৰি।
শুক্ল চাৰি হয় সাজিলেক ৰথ
সুবৰ্ণে মণ্ডিত কৰি।
যুৱলি বিচিত্ৰ ৰত্নে বিৰচিত
ধ্বজক দিলা সিংহৰ।
অস্ত্ৰ শস্ত্ৰগণ থৈলা থানে থান
যোগ্যাইলেক ৰথবৰ ॥১৪৬

দেখি কূৰ্ম্মবলী হৰিষে উঠিলা
সমৰক ভৈলা সাজ।
দেবাঙ্গ ভূষণ অলঙ্কাৰ যত
পিন্ধিলেক মহাৰাজ॥
শৰীৰক ঢাকি পিন্ধিলা কবচ
থৈলা অস্ত্ৰ তূণ ভৰি।
অসংখ্যাত বীৰ যাই আগে পাছে
কৰিলেক যাত্ৰা কাৰ॥১৪৭
কালভদ্ৰ আদি কৰি বীৰ যত
চলিলা সবে লগত।
সমস্ত কটক ভূমি দল দপ
চলিলা সবে লগত।
সেহি সময়তে ৰাজা কূৰ্ম্মবলী
দেখে সব বিমঙ্গল।
আকাশৰ পৰা খসি খসি পৰে
যতেক তাৰাসকল॥১৪৮
একে গগণত দুগোটা আদিত্য
যুজন্ত নক্ষত্ৰগণ।

ৰুধিৰ সদৃশ ৰক্ত দশো দিশ
কৰে পঙ্ক বৰিষণ ॥
দুৰ্ঘোৰ ৰভাস প্ৰজাৰ তৰাস
ঘনে ঘনে ৰজ্ৰপাত।
পৃথিবী ফাটিয়া জল নিকলয়
ঘনে কৰে ৰসুমতী ॥১৪৯
অসংখ্যাত বৃক্ষ পৰয় উভৰি
বিনা মেঘে বৰিষণ।
মাথাৰ উপৰে কাক গৃধ্ৰ উৰে
ৰাৱাৰে শৃগালগণ ॥
সঘনে তাহাৰ শৰীৰ কম্পয়
দেখন্ত কুহৰিময়* । * কুহৰি—কুৰংলী।
তথাপি ৰাজাৰ নাই ভয় ভীত
ৰণক মনে চলয় ॥১৫০
দুৰ্জ্জয় সেনাৰ প্ৰচণ্ড আন্দোল
ঘনে কম্পে ৰসুমতী।
আকাশত থাকি সঙ্কোচিত মনে
দেৱতাগণ সম্প্ৰতি ॥

পাতাল লোকত নাগগণ যত
তাসবাব ভয় আতি।
হেন চমৎকাব বাজা কূর্ম্মবলী
বহিলেক ব্যূহপাতি ॥১৫১
দেখি ভীষ্ম দ্রোণ আদি কুরুগণ
যুজিবাক তৈলা সাজ।
পবম যতনে ধাইলেক যেহেন
ক্রোধ কবি সিন্ধুবাজ ॥
শুনা সভাসদ ভাবতব পদ
কৃষ্ণক মনত ধবা।
কৃষ্ণ গুণ গান শ্রবণ কীর্ত্তনে
অপাব সংসাব তবা ॥১৫২
বোলয় সাগব অতি অল্পমতি
নাজানোহুঁ কিছো আন।
মহন্ত যতেক কৃষ্ণভক্ত যত
সবাবে ধবো চবণ ॥
আমাব যতেক দোষ গুণ হয়
তাক কবিবাহা ক্ষমা।

বাঢ়া টুটা দোষ এতো নধৰিবা
পৰম অতি অধম ॥১৫৩
মিছা আশা কাম হেনয় সংসাৰে
এবিবেক মহাজন।
আপুনি নিস্তৰে পুৰুষ উদ্ধাৰে
হৰে নষ্ট পাপগণ॥
হেন জানি সবে আলাস ত্যজিয়া
ধৰা মাধৱৰ নাম।
তেবেসে সংসাৰ তাৰিবাহা সুখে
মুখে বোলা ৰাম ৰাম ॥১৫৪

---

কুক আৰু কূর্ম্ম সৈন্যৰ ৰণ।

পদ।

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
যেন কথা ভৈলা পাছে আত অনন্তৰ।

দুইদলে মহাক্রোধে দেখি লাগ পাই।
পৰম আক্রোশে সবে যুজিবাক যায়॥১৫৫
সমীপতে দুয়ো দল হুযা বিদ্যমান।
এক স্থান ভৈলা যেন সাগৰ দুখান॥
সম্মুখে ধাইলা যেন সেনা নিৰন্তৰ।
ধৰ মাৰ শবদ উঠিলা ভয়ঙ্কৰ॥১৫৬
উভয় সেনাৰ লাগিলেক হুলস্থূল।
ধূলি অন্ধকাৰ ভৈলা নগণি স্বদল॥
সমানে সমানে লাগিলেক হাতাহাতি।
বলীয়ে নির্ব্বলী কৰে কাটাকাটি আতি॥১৫৭
সম্মুখ সমৰে সেনা পৰিল বিস্তৰ।
মৰি যমপুৰে গৈলা লোক নিৰন্তৰ॥
হয় হস্তী পদাতি ৰথৰ যত যত।
সংক্ষেপ পয়াৰে ভাব লেখা দিব কত॥১৫৮
শৰীৰৰ বলে ক্রোধে খাণ্ডা ধৰি আতি।
পৰম আক্রোশে সবে কৰে কাটাকাটি॥
তথাপিতো কাহাৰো নাহিক ভঙ্গ জয়।
অন্যান্য সমৰে সবে কটক দুর্জ্জয়॥১৫৯

হয় হস্তী ৰথ সমৰক গৈলা চলি।
প্ৰচণ্ড বাতাসে যেন ভাঙ্গিলা কদলী॥
সমৰে পৰিল কূৰ্ম্মঠৈৰ * সেনা বল।
মৃত শৰে ভৰি গৈলা ধৰণী মণ্ডল॥১৬০
সন্মুখ সমৰে সেনা পৰিল বিস্তৰ।
প্ৰজাৰ শোণিতে বহে নদী ভয়ঙ্কৰ॥
মহাক্ৰোধে কাটাকাটি কৰে সেনাগণ।
অস্ত্ৰ এৰি পলাইল ত্যজি ঘোৰৰণ॥১৬১
মাৰিলো কৌৰৱগণ কৰে ৰঙ্গ ঢঙ্গ।
দেখি কূৰ্ম্মঠৈৰ সেনা ভৈলা মহাৰঙ্গ॥
হেন দেখি জয়দ্ৰথ ৰাজা মহাবলী।
সৈন্যক ৰক্ষিতে শীঘ্ৰ বেগে গৈলা চলি॥১৬২
আকৰ্ণ পূৰিয়া বীৰে ধনু খান টানি।
অসংখ্যাত শৰ যেবে বৰষিলা ছানি॥
জয়দ্ৰথ ৰাজাৰ প্ৰচণ্ড শৰ পাই।
পলাই কূৰ্ম্মঠৈৰ সেনা বাতুল পৰায়॥১৬৩

* কূৰ্ম্মঠৈৰ—কূৰ্ম্মৰলীৰ পক্ষৰ।

তথাপি বৰিষে শৰ ৰাজা মহাবল।
শ্ৰাৱণৰ মেঘে যেন বৰষিলা জল॥
কাৰো উৰু গল কটি কেশ শিৰ বাহু।
কাহাৰো নাসিকা কাৰো কাটে মধ্য দেহ॥১৬৪
কাহাৰো অঙ্গুলি কাটে কাৰো ললাটক।
কাহাৰো গলক কাটে কাহাৰো মুখক॥
কাৰো ওঠ কাৰো থোঠ কাৰো বক্ষস্থল।
কাৰোবা শৰীৰ পৰি পেঁকে যায় তল॥১৬৫
কাহাৰো কঙ্কাল মধ্যে কাহাৰো চক্ষুক।
অনেক কুৰূপ কৰি কাটয় বাহুক॥
কূৰ্ম্মৰ সেনাৰ ভৈলা ভঙ্গ অহৰ্নিশ।
ৰণ হাৰি প্ৰজাগণ পলায় দশোদিশ॥১৬৬

## কালভদ্ৰৰ বীৰত্ব।

হেন দেখি কালভদ্ৰ মুনিষ্য প্ৰধান।
ভেৰ দিয়া ৰথত চড়িলা ততিক্ষণ॥
হাতে ধনু তূণ বাণ লৈলেক পিঠিত।
শীঘ্ৰ বেগে সমৰ ভূমিত উপস্থিত॥১৬৭

জয়দ্ৰথ ৰাজাক সম্মুখে লাগ পাই।
হৰিণক খেদি যেন বাঘ গোট ধাই॥
ধনু ধৰি আকৰ্ণ পূৰিয়া হানি শৰ।
জয়দ্ৰথ ৰাজাৰ ভাঙ্গিলা কলেৱৰ॥১৬৮
হৃদয়ত পৰি শৰ গৈলেক নিকালি।
মূৰ্চ্ছাগত ভৈলা জয়দ্ৰথ মহাবলী॥
হেন দেখি দ্ৰুপদ নৃপতি ধনুধৰি।
যুদ্ধক প্ৰবন্ধে গৈলা মহা যত্ন কৰি॥১৬৯
কালভদ্ৰ বীৰক হানিলা শৰচয়।
কটাক্ষ নকৰে বীৰে দাৰুণ হৃদয়॥
আকৰ্ণ পূৰিয়া বীৰে হানিলেক শৰ।
সন্ধানে হানিলা নৃপতিৰ কলেৱৰ॥১৭০
মৰ্ম্মস্থান হানি গৈলা শৰ বিপৰীত।
মূৰ্চ্ছা যাই দ্ৰুপদ পৰিল ধৰণীত॥
হেন দেখি বিৰাট নৃপতি মৎস্য ৰায়।
সমৰক লাগি শীঘ্ৰ বেগে গৈলা ধায়॥১৭১
কালভদ্ৰ বীৰক হানিলা পঞ্চবাণ।
ছিদ্ৰ পাই বেগে ছেদিলেক সেহি স্থান॥

দেখি কালভদ্ৰ কোপে ধনুখান ধৰি।
হানিলা নাৰাচ * হৃদয়ক লক্ষ্য কৰি ॥১৭২
ছটাৎ শৰদে গৈলা হৃদয়ক ভেদি।
ঢলিয়া পৰিল দুই গোট চক্ষু মুদি ॥
মহাবীৰ মৎস্যৰাজ হৈলা মূৰ্চ্ছামান।
অচেতনে পৰিল নাহিকে শ্ৰুতিজ্ঞান ॥১৭৩
দেখি দুৰ্য্যোধন নৃপতিৰ শত ভাই।
গাৱে গাৱে ধনুধৰি গৈলা আগুৱাই ॥
ভিন্ন ভিন্ন হস্তে সবে কৰিলা সমৰ।
কালভদ্ৰ বীৰে যুঝিলন্ত একেশ্বৰ ॥১৭৪
সেনাপতি কালভদ্ৰ মুনিষ প্ৰধান।
শৰে হানি সবাক কৰিলা ম্ৰিয়মান ॥
অন্য অসংখ্যাত যত নৃপতি আসিলা।
খেদি খেদি কালভদ্ৰে সম্যক যুঝিলা ॥১৭৫
কৃপ অশ্বত্থামাক হানিলা পঞ্চবাণ।
মূৰ্চ্ছা যাই পৰিলা ন গৈলা মাত্ৰ প্ৰাণ ॥

* নাৰাচ—লোহ বাণ বিশেষ।

হেন দেখি গুরু দ্রোণ কোপে গৈলা জ্বলি।
হাতে ধৰি ধনুখান কৰিলা মণ্ডলী॥১৭৬
সাৰথিয়ে ৰথখান চপাইলা ওচৰ।
কালভদ্র বীৰক হানিলা নিৰন্তৰ॥
দেখি কালভদ্রে কোপ কৰিয়া অতিশয়।
শৰে হানি দ্রোণৰ কাটিলা শৰচয়॥১৭৭
পুনৰপি দ্রোণে হানিলেক শৰ-জাক।
মহাবীৰ কালভদ্রে কাটিলেক তাক॥
তুনাই কালভদ্রে শৰ প্রহাৰ কৰিলা।
মহাবীৰ দ্রোণে তাক পথতে কাটিলা॥১৭৮
শৰ কাটি গুৰু দ্রোণে চাইলেক আন।
মন্ত্র পঢ়ি হানিলেক দেৱতাৰ বাণ॥
কালভদ্র বীৰৰ ভেদিলা কলেৱৰ।
পৃথিবী বিদাৰি গৈলা পাতাল ভিতৰ॥১৭৯
মহা পীড়া পাই কালভদ্র মহাবলী।
মূৰ্চ্ছা যাই ৰথ সমে পৰিলেক ঢলি॥
ক্ষণেকতে চেতন লভিলা বিদ্যমান।
শৰে হানি দ্রোণৰ কাটিলা ধনুখান॥১৮০

সাৰথি ৰথক শালিলেক শৰে হানি।
হৃদয়ত পঞ্চবাণ হানিলেক টানি॥
হৃদয় বিদাৰি গৈলা শৰ বিপৰীত।
মূৰ্চ্ছা যাই দ্ৰোণেও পৰিলা পৃথিবীত॥১৮১
হেন দেখি কৌৰৱৰ যত সেনাগণ।
কৰ্ণৰ পাশত সবে পশিলা শৰণ॥
সেনাৰ বিপত্তি হেন দেখি অদভুত।
সাৰথিক সম্বোধি মাতিলা ৰাধা-সুত॥১৮২
শুনিয়ো সাৰথি মোৰ কাণ্টে ডাক ৰথ।
কালভত্ৰ বীৰৰ আগত ৰাখ ৰথ॥
দুৰ্জ্জয় মুনিষ ইটো মহা বলৱন্ত।
মাৰিলা আমাৰ কটক অপৰ্য্যন্ত॥১৮৩
দ্ৰোণ জয়দ্ৰথ আদি যত ৰাজগণ।
ইহাৰ আগত সবে পতঙ্গ সমান॥
আকে জানি শীঘ্ৰে তুমি ৰথ ডাকিয়োক।
তাহাৰ আমাৰ আজি ঘোৰ যুদ্ধ হৌক॥১৮৪
হেন শুনি সাৰথি ৰথত দিলা বাৰি।
পবন সঞ্চাৰে ৰথখান গৈলা লৰি॥

মহাবেগে রথখান চলে আকাশত।
সম্মুখে রাখিলা কালভদ্রর আগত॥১৮৫
দেখি কালভদ্রে প্রহারিলা পঞ্চবাণ।
উলুটাই থৈলা নিয়া আসিবার থান॥
হেন দেখি মহাক্রোধে কর্ণ বীরবর।
সারথির মুখ চাই গর্জ্জিলা বিস্তর॥১৮৬
কেনমতে রথক ডাকস দুরাচার।
সম্মুখ এরিয়া রথ বিমুখ আমার॥
খানিতেক ভয় দেখোঁ নকরস মোক।
শিরশ্ছেদ করো যেনো পেশো যমলোক॥১৮৭
কুখ্যাতি রহিলা মোর ইটো রবিতলে।
সমরত ভঙ্গ ভৈলা কর্ণ মহাবলে॥
আকে জানি সত্বরে ডাকিয়ো রথখান।
সমুখে রাখিবি কিছো নাচাহিবি আন॥১৮৮
হেন শুনি সারথী মনত করি ভয়।
ডাকিলেক রথখান আকাশে চলয়।
তেতিক্ষণে সমর ভূমিক যাই পাইলা।
মহাক্রোধে দুই বীরে গর্জ্জিবাক লৈলা॥১৮৯

দুইকো দুই ক্রোধ করি সঘনে টকাসি।
মর্ম্মভেদ হুঙ্কারি উচ্চারি পারে গালি॥
দুইকো দুই মহাক্রোধে প্রহারিলা শর।
শ্রাবণর মেঘে যেন বরষিলা জল॥ ৯০
দুইয়ো মহাবলরন্ত মুনিষ দুর্জ্জয়।
হিংসা হিংসি দুইকো দুই শর বরিষয়॥
মণ্ডল আকার দেখি দুইখান ধনু।
শর ছেদে ভেদয় দুহান দুইরো তনু॥ ১৯১
এক ভরি পাছ নকরয় দুই বীরে।
রুধিরে রাতুল ভৈলা দুহান শরীর॥
কালভদ্র কর্ণর মিলিলা ঘোর রণ।
আকাশত রঙ্গ চাই আছে দেরগণ॥ ১৯২
সেহি বেলা কর্ণে হানিলন্ত পঞ্চবাণ।
কালভদ্র বীরর ভেদিলা স্থানে স্থান॥
আরো একপাত শর লৈলা বাধা-সুক্ত।
শরীরর বলে ক্রোধ করি বিপরীত॥ ১৯৩,
বজ্রর সন্ধানে তারিলেক মহাবল।
হৃদয়ত্র পরি পুচ্ছমাবে গৈলা তল॥

যেন ভয়ঙ্কর সর্প পশিলা গর্ত্তত।
বিমূর্চ্ছিত হই বীর পরিলা রথত ॥১৯৪
রতেবেলি চেতন লভিলা বীরবর।
বাক্য গদ গদ মুখে পরয় কহির ॥
কর্ণক লাগিয়া বীরে শর বরষিলা।
আকাশর মেঘ যেন বরিষয় শিলা ॥১৯৫
দিনতে আন্ধার দেখে নেদেখে প্রসন্ন ॥
ছুইকো ছুই অথাকে * বরিষে শরগণ ॥
পাছে ছুই ক্রোধ করি শর বরষিলা।
দুহানর শর দুইয়ো সমস্তে কাটিলা ॥১৯৬
অন্ধকার গুচি হৈলা আকাশ প্রসন্ন।
ছুইকো ছুই অথাকে বরিষে শরগণ ॥
অন্ধকার কেরি হৈলা আকাশ উজ্জ্বল।
দুইয়ো মহারথী বীর দুয়ো মহাবল ॥১৯৭
ছুইকো ছুই সমরে নকরে পাছু ভরি।
দুইকো দুই কোপ করি শর এরাএরি ॥

* অথাকে—অবিরাম।

দুহানব শবে দোহে ভৈলা জর্জ্জবিত।
শবীবব মাংস ছিণ্ডি পবয় ভূমিত॥১৯৮
সেহিবেলা কালভদ্রে মুনিষ প্রধান।
ছিত্র পাট কর্ণব কাটিলা ধনু খান॥
শবীবত প্রহাবে প্রচণ্ড শবচয়।
মূৰ্চ্ছা যাই পবিলেক বাধাব তনয়॥১৯৯
কতো বেলি চেতন লভিলা বাধা-সুত।
মনে মনে বোলে কিনো বীব অদভূত॥
তালেতো ইহাব ভয়ে কম্পে ত্রিজগত।
কোন বস্তু দুঃশাসন ইহাব আগত॥২০০
এহি বুলি ধনু তুলি লৈলা কোপমনে।
দেখি কালভদ্রে কাটিলেক তাবক্ষণে॥
আন ধনু কর্ণে তুলি লৈলেক সম্প্রতি।
তাকো কাটিলেক কালভদ্র সেনাপতি॥২০১
এহিমতে কর্ণে ধনু লয় যত যত।
শবহানি কালভদ্রে কাটয় সমস্ত॥
শবীবক ভেদিলেক অসংখ্যাত বাণ।
বিমূৰ্চ্ছিত বাধা-সুত কণ্ঠাগত প্ৰাণ॥২০২

লাল কাল ভৈলা কৰ্ণ ধৰফৰ কৰে।
নাপায় উদ্দেশ বীৰে কালভদ্ৰ শৰে॥
কতো বেলি চেতন লভিলা বীৰকৰ্ণ।
ধনুধৰি প্ৰহাৰিলা অসংখ্যাত বাণ॥২০৩
আকাশ চানিয়া ভৈলা শৰে অন্ধকাৰ।
দেখি কালভদ্ৰে কোপ কৰিলা অপাৰ॥
আকৰ্ণ পূৰিয়া ধনুখান টানি আনি।
কৰ্ণৰ শৰক কাটিলেক শৰে হানি॥২০৪
পুনৰপি ঘোৰ যুদ্ধ মিলিলা অপাৰ।
দুইৰো শৰে আকাশ ভৈলেক অন্ধকাৰ॥
দুইকাল ভৈলা যেন দুখান আকাশ।
ঘোৰ তমোময় ভৈলা কৰিৰ প্ৰকাশ॥২০৫
দুইৰো শৰে দুহান্তৰ কাটিলা সমস্ত।
দুইয়ো মহা পৰাক্ৰমী ঘোৰ সমৰত॥
এক তৰি পাছু নকৰয় দুয়ো জন।
আনন্দে সমৰ চাই আছে দেৱগণ॥২০৬
দুইৰো শৰে শৰীৰৰ মাংস ছিজি যাই।
আকাশত উড়িয়া শগুন কাকে খায়॥

তথাপিতো দুইকো দুই প্ৰহাৰয় শৰ ।
মৃণালৰ নালা যেন ভৈলা কলেৱৰ ॥২০৭
শোণিতে সিন্দূৰ বৰ্ণ দেখিতে শোভন ।
কালভদ্ৰ সেনাপতি ৰাধা-সুত কৰ্ণ ॥
ঘোৰ শৰে জৰ্জ্জৰিত দুহান শৰীৰ ।
শৰ বিষে দুইৰো হাত পাৱ নোহে স্থিৰ ॥২০৮
ধৰফৰ কৰে জ্ঞান নাগিকে গাৰন্ত ।
তথাপিতো যুজে দুই পৰম ক্ৰোধন্ত ॥
পঞ্চদিন পঞ্চৰাত্ৰি কৰিলা সমৰ ।
বিস্ময়ে আছিলা দেৱাসুৰ নিৰন্তৰ ॥২০৯
সেহি বেলা কালভদ্ৰ বীৰ মহাবলী ।
খেদি যাই কৰ্ণক ধৰিলা আঙ্কোৱালী ॥
কৰ্ণেও তাহাক ধৰিলেক ছল পাই ।
তুল্য পৰাক্ৰম দুইৰো হীন পৰ নাই ॥২১০
হাতে হাতে ধৰিলেক পাৱে পাৱে ছান্দি ।
ভূমিত পৰিলা দুই মাল-বান্ধে বান্ধি ॥
শিৱ শিৱ কৰিয়া শব্দ ৰব ভৈলা ।
এবে লগে পৰি দুয়ো বীৰ মূৰ্চ্ছা গৈলা ॥২১১

## কালভদ্ৰৰ বন্ধন।

হেন দেখি দুৰ্য্যোধনে গুণয় মনত।
আৰু সম বীৰ দেখো নাই সংসাৰত॥
পুনৰপি উঠি যদি কৰে ঘোৰ ৰণ।
নিশ্চয় জানিলোঁ আৰু সম নহে কৰ্ণ॥২১২
এহি বুলি দুৰ্য্যোধন ৰাজা মহাবলী।
খেদি যাই তাহাক ধৰিলা আকোৱালি॥
ডেৱ দিয়া উপৰক বেগে তুলি ধৰি।
আপোনাৰ সৈন্যমধ্যে গৈলা ৰঙ্গ কৰি॥২১৩
পিঠিত কিলৰ জাক দিলা মহাবলে।
নাগপাশে বান্ধিয়া থৈলেক হাতে গলে॥

## কূৰ্ম্মৱলী-দুৰ্য্যোধনৰ ৰণ আৰু দুৰ্য্যোধনৰ পৰাভৱ।

দেখি মনে গুণে কূৰ্ম্মৱলী নৰেশ্বৰ।
কৰিলেক দুৰ্য্যোধনে অন্যায় সমৰ॥২১৪
হৰি হৰি থৈলা কিনো প্ৰভাৱ কালৰ।
হেন দেখি সাৰথিক দিলেক উত্তৰ॥

শুনিয়ো সাৰথি মোৰ শীঘ্ৰ ডাক ৰথ।
দুৰ্য্যোধন ৰাজাক বধিবো নিষ্ঠ কথা ॥২১৫
কালভদ্ৰ বীৰৰ বলৰ নাই সন্ধি।
অন্যায় সমৰে তাক কৰিলেক বন্দী ॥
তাক লাগি ধৰ্ম্মৰ যুজত কোন ফল।
শীঘ্ৰে ডাকিয়োক মোৰ ঘোটক প্ৰবল ॥২১৬
হেন শুনি সাৰথি ডাকিলা ৰথখান।
চাহন নাযায় যেন আদিত্য সমান ॥
খেদি যাই দুৰ্য্যোধন নৃপতিক পাই।
হানিলা নাৰাচগণ দুনাই দুনাই ॥২১৭
শৰীৰৰ বলে প্ৰহাৰিলা মহাবলী।
হৃদয়ত পৰি তল গৈলা হলাহলি ॥
বিমূৰ্চ্ছিত দুৰ্য্যোধন উদিশ নাপাৰে।
বিস্ময়ে ৰহিলা ৰাজা বিকল স্বভাৱে ॥২১৮
নৃপতিৰ অৱস্থা দেখিয়া বিদ্যমান।
শীঘ্ৰে আনি সাৰথি যোগালা ৰথখান ॥
আথে ৰেথে দুৰ্য্যোধন ৰথত চড়িলা।
অলক্ষিতে ধনুৰ্দ্ধৰি শৰ বৰষিলা ॥২১৯

অথাকে ৰথিৰে দুৰ্য্যোধন নৃপবৰ।
আকাশে চানিয়া চলে অসংখ্যাত শৰ॥
দেখি কূৰ্ম্মৱলী ৰাজা শীঘ্ৰে চলি গৈলন্ত।
তূণৰ শতেক বাণ বাছি বাছি লৈলা॥২২০
অন্যায় কৰিয়া শৰ প্ৰহাৰিলা যত।
কাটি কৰিলেক চূৰ্ণ শৰ আকাশত॥
শৰ কাটি কূৰ্ম্মৱলী গুণয় মনত।
ঘোৰতৰ শৰপাত জুৰিলা গুণত॥২২১
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা মহাবলী।
সূৰ্য্যৰ কিৰণ নিবাৰিয়া যায় চলি॥
মহাবেগে শৰপাত খেদি লাগ পাই।
ৰথ সমে ৰাজাক নিলেক উকৰাই॥২২২
অসংখ্যাত পাক ফুৰাইলে আকাশত।
পাছে পেলাইলেক নিয়া হস্তিনাপুৰত॥
পৃথিবীত আকালি পেলাইলা টান কৰি।
বসুন্ধৰা লৰিলেক শিৱ শিৱ কৰি॥২২৩
বিমূৰ্চ্ছিত দুৰ্য্যোধন শ্ৰুতি বুদ্ধি নাই।
উফন্দিলা পেট পোট বায়ু বন্ধ যাই॥

হস্তিনাপুৰত প্ৰজা ভৈলা আচৰিত।
কৈতবা কি ভৈলা তাৰ নাপান্ত বিদিত ॥২২৪
জন্মেজয় ৰাজাত বদতি মুনিবৰ।
যেন কথা ভৈলা আৰে আত অনম্ভৱ ॥
সেহিবেলা ৰাধা-সুত লভিলা চেতন।
ৰাজগণে চেতন লভিলা তেতিক্ষণ ॥২২৫
কিছো কিছো কৰিষা গাৱত শ্ৰুতি পাইলা।
ধনু শৰ ধৰি সবে যুজিবাক লৈলা ॥
হেন দেখি কূৰ্ম্মবলী নৃপতি প্ৰধান।
আথে বেথে ধৰিযা হানিলা নিদ্ৰাবাণ ॥২২৬
সমস্তয়ে বীৰমানে নিদ্ৰিত যে হুই।
স্বশৰীৰে দৃঢ় কৰি ধৰিলা জণ্টাই ॥
ৰাধেয়ক আদি কৰি যত বীৰগণ।
নিদ্ৰা যাই পূৰ্ব্বমতে হৈলা অচেতন ॥২২৭

ভীম আৰু কূৰ্ম্মৰলীৰ ৰণ।

হেন দেখি গঙ্গাৰ কুমাৰ মহাৱলী।
সৰমক লাগি শীঘ্ৰ বেগে গৈলা চলি ॥

শুক্লবৰ্ণ ৰথখান দেখি অদভুত।
ধনুধৰি সমৰ ভূমিত উপস্থিত ॥২২৮
হেন দেখি কূৰ্ম্মৰলী হৰষিত মনে।
ভীষ্মৰ মুখক চাই বুলিলা বচনে ॥
তোমাৰ নৃপতি দুৰ্য্যোধন কৈক গৈলা।
ৰাজা নাই তোমাঠৈৰ অথন্তৰ ভৈলা ॥২২৯
নৃপতি বিনায় যুজিবাৰ কোন কাজ।
পালটিয়া যায়ো চলি আপোনাৰ ৰাজ ॥
হেন শুনি গঙ্গা-সুতে দিলন্ত উত্তৰ।
মোৰ নাম ভীষ্ম জানিবাহা নৃপবৰ ॥২৩০
তীৰ্থ মধ্যে সংসাৰে যাহাৰ সম নাই।
তেওঁ জন্মাইলেক মোক গঙ্গাদেৱী আই ॥
বিনা যুদ্ধে মই যদি চলি যাওঁ ঘৰ।
কুখ্যাতি ৰহিবে মোৰ চন্দ্ৰ দিবাকৰ ॥২৩১
আকে জানি সাৱধান হুয়ো নৃপবৰ।
তোমাৰ আমাৰ যুদ্ধ হৈব ভয়ঙ্কৰ ॥
অধৰ্ম্ম এৰিয়া যুজিবাহা স্বধৰ্ম্মত।
সাক্ষী হই থাকিবা দেৱতাগণ যত ॥২৩২

হেন শুনি কৃৰ্ম্মৱলী দিলেক উত্তৰ।
জানা ভীষ্ম পিতামহ সুস্ত নৃপবৰ॥
তাহাৰ তনয় ধৰ্ম্মদত্ত বোলে যাক।
তেহোঁ মহাৰাজ জন্ম দিলেক আমাক॥২৩৩
এতেকতে অধৰ্ম্ম যুদ্ধক কোন কাজ।
স্বধৰ্ম্মত যুজিবো সত্বৰে হুয়ো সাজ॥
এহি বুলি কৃৰ্ম্মৱলী ৰাজা নৰেশ্বৰ।
মনত হৰিষে অতি লৈলা ধনুশৰ॥২৩৪
হেন দেখি ভীষ্মৰ আনন্দ ভৈলা মন।
ভয়ঙ্কৰ ধনু তুলি লৈলা তেতিক্ষণ॥
দুটকো দুই বচনে সাদৰি অনুপাম।
কৰযোৰে কৰিলেক সস্নেহ প্ৰণাম॥২৩৫
দুইকো দুই কৰিলেক ধনুক টঙ্কাৰ।
একে লগে দুইয়ো শৰ কৰিলা প্ৰহাৰ॥
মহাবেগে দুয়ো প্ৰহাৰিলা মহাবল।
শ্ৰাৱণৰ মেঘে যেন বৰষিলা জল॥২৩৬
দুইখান ধনু দেখি মণ্ডল আকাৰ।
দুইবো শৰে আকাশ ঢাকিলা নিৰন্তৰ॥

নিচিনি আপোন পৰ অন্ধকাৰময়।
ধৰণী মণ্ডলে তুই মানুষ দুৰ্জ্জয়॥২৩৭
মহাৰাজ কূৰ্ম্মৰলী নৃপতিৰ শৰে।
কৌৰৱৰ সেনাসব জাকে জাকে মৰে॥
কূৰ্ম্মঠৈৰ সেন্য মৰে ভীষ্মৰ হাতত।
অসংখ্যাত সেনা নিৰন্তৰে হৱে হত॥২৩৮
সেহিবেলা কূৰ্ম্মৰলী ভীষ্মত বদতি।
আমাৰ বচন শুনিয়োক মহামতি॥
হাসিবেক দেখি দেৱে নিকৃষ্ট সমৰ।
অকাৰণে মৰে সবে সেনা নিৰন্তৰ॥২৩৯
তুহিবা তোমাক মাৰো তুহিবা আমাক।
সম্মুখ সমৰে পৰি যাওঁ স্বৰ্গলোক॥
আকে জানি সমৰত হুৱা সাৱধান।
মন্ত্ৰ বৰ্ণে প্ৰহাৰিয়ো দেৱদত্ত বাণ॥২৪০
শুনি আছো তোমাৰ বীৰত্ব যত যত।
মহা ধনুৰ্দ্ধৰ অকম্পন সমৰত॥
সে ৱতাৰ অস্ত্ৰমানে জানিছা বিস্তৰ।
শিখি আছা মূৰ্ত্তিমন্ত অসংখ্যাত শৰ॥২৪১

এহি বুলি কূৰ্ম্মৱলী হৰিষ মনত।
অগনিৰ শৰপাত জুৰিলা গুণত ॥
মন্ত্ৰ প'ঢ়ি গুণত জুৰিলা নৃপবৰ।
চৌদিশে আৱৰি চলে অগ্নি ভয়ঙ্কৰ ॥২৪২
হেন দেখি গঙ্গা-সুত মুনিষ প্ৰধান।
জুৰিলা মনত ৰঙ্গে বৰুণৰ বাণ ॥
মন্ত্ৰ পঢ়ি শৰপাত প্ৰহাৰ কৰিলা।
দশোদিশ ঢাকিয়া যে শিলা বৰষিলা ॥২৪৩
মুমাইল অগনি দশোদিশ সুপ্ৰসন্ন।
কিঞ্চিৎ হৰিষ মন ভৈলা প্ৰজাগণ ॥
দেখি ক্ৰোধ ভৈলা কূৰ্ম্মৱলী নৰেশ্বৰ।
শীঘ্ৰ বেগে বৰষিলা শৰ বাসৱৰ ॥২৪৪
প্ৰলয়ৰ মেঘ যেন দেখি লাগে ডৰ।
পৃথিবী আকাশ ছানি ভৈলা অন্ধকাৰ ॥
বৰিষণ ঘনে ঘনে গৰ্জ্জয় অপাৰ।
জলস্থল সহিতে পৃথিবী একাকাৰ ॥২৪৫
হেনশুনি গঙ্গা-সুতে দিব্য মন্ত্ৰ জপি।
হানিলা মৰুত বাণ ধনুত আৰোপি ॥

মহাবেগে শৰপাত খেদি লাগ পাই।
বাসৱৰ শৰক নিলেক উকৱাই ॥২৪৬
সেহিবেলা নৃপতিৰ পৰিল মনত।
ভুজঙ্গৰ শৰপাত জুৰিলা গুণত ॥
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা মহাবীৰ।
সৰ্প নিকলয় তাৰ পঞ্চ পঞ্চ শিৰ ॥২৪৭
আৰশ ছানিয়া চলে সৰ্প আসবিষ।
লহ লহ কৰে জিহ্বা নাকে পৰে বিষ ॥
তাক দেখি গঙ্গা-সুত ৰঙ্গমন ভৈলা।
বৈৰতৰ অস্ত্ৰ পাত গুণত জুৰিলা ॥২৪৮
জাপ্য কৰি মহাবীৰে প্ৰহাৰ কৰিলা।
অসীম সুবৰ্ণৰ গৰুড় পক্ষী ভৈলা ॥
মহাবেগে ধৰি সবে চলে আকাশত।
খেদি খেদি খাইলা ভুজঙ্গৰ অস্ত্ৰ যত ॥২৪৯
হেন দেখি ক্ৰোধে জ্বলি গৈলা নৰেশ্বৰ।
মন্ত্ৰ পঢ়ি বৰষিলা দানৱৰ শৰ ॥
বাঘ ঘোঙ সিংহ ধনুহন্তে নিকলয়।
দেখি কৌৰৱৰ মনে মিলিল সংশয় ২৫০

হেন দেখি গঙ্গা-সুত মুনিষ দুৰ্ব্বাৰ।
নাৰায়ণ অস্ত্ৰপাত কৰিলা প্ৰহাৰ॥
চলিলেক শৰ দশোদিশে সুপ্ৰসন্ন।
দানৱৰ শৰমানে কৰিলেক চূৰ্ণ॥২৫১
দেখি নৃপতিৰ কোপ জ্বলিলা অপাৰ।
পিশাচৰ শৰপাত কৰিলা প্ৰহাৰ॥
ঘোৰ মায়াৱন্ত সিটো শৰ বিপৰীত।
চতুৰ্দ্দিশে অন্ধকাৰ ঘোৰ ভয় ভীত॥২৫২
দুৰ্ঘোৰ আস্ফালন নাদ শুনি দশোদিশে।
আশকাত থাকি সবে পৰ্ব্বত বৰিষে॥
হেন দেখি গঙ্গা-সুত মনে ভয় ভৈলা।
নৰসিংহ অস্ত্ৰপাত হাতে তুলি লৈলা॥২৫৩
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা অতিশয়।
পিশাচৰ শৰক নিলেক উকুৱায়॥
পৰম কোপত কূৰ্ম্মৱলী নিৰন্তৰ।
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা তমোশৰ॥২৫৪
নেদেখয় শুশুনয় কুহৰি সদৃশ।
মহাবেগে চলে অন্ধকাৰ দশোদিশ॥

আপোনাৰ শৰীৰ নেদেখে প্ৰজাচয়।
হাহাঁকাৰ শবদ উঠিলা অতিশয় ॥২৫৫
হেন দেখি মহাক্ৰোধে গঙ্গাৰ কুমাৰ।
আদিত্যৰ শৰপাত কৰিলা প্ৰহাৰ॥
জ্যোতিৰ্ম্ময় আদিত্যৰ শৰ আসবিৰ।
অন্ধকাৰ ফেৰি সুপ্ৰসন্ন দশোদিশ ॥২৫৬
তমোময় শৰ যেবে বৃথা হুয়া গৈলা।
দেখি নৃপতিৰ মনে মহা ভয় ভৈলা॥
ক্ৰোধত বিবৰ্ণ মুখ দেখিতে ভীষণ।
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা বায়ুবাণ ॥২৫৭
বতাস বহয় অতিশয় ভয়ঙ্কৰ।
খৰ বায়ু বহে খোলা উড়াই খাপৰ॥
অসংখ্যাত বৃক্ষসব উভৰি পৰয়।
প্ৰচণ্ড বতাসে যেক মন্দৰ কম্পয় ॥২৫৮
পৰ্ব্বতৰ শৃঙ্গ যেন উৰাই নিৰন্তৰ।
সম্মুখৰ বায়ু বহে বিষম সমৰ॥
হেন দেখি গঙ্গা-সুত মুনিৰ নায়ক।
মন্ত্ৰ পঢ়ি প্ৰহাৰিলা পৰ্ব্বত সায়ক ॥২৫৯

বত্তাসক নিবাবিলা পৰ্ব্বত দুৰ্জ্জয়।
প্ৰভাহীন হৈলা দুয়ো অস্ত্ৰ গৈলা ক্ষয়॥
দেখি মহাক্ৰোধ ভৈলা ৰাজা কূৰ্ম্মৰলী।
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা নিদ্ৰাৱলী॥২৬০
মহাবীৰ গঙ্গা-সুত নাহি ভয় ভীত।
আথে ৰাথে প্ৰহাৰিলা সায়ক জাগৃত॥
দুইৰো শৰ আকাশত ভৈলা একস্থান।
হুলস্থুল কৰি তৈতে ভৈলন্ত নিৰ্য্যাণ॥২৬১
দেখি মহাক্ৰোধ কূৰ্ম্মৰলী নৰেশ্বৰ।
মন্ত্ৰ পঢ়ি জ্বৰবাণ হানিলা সত্বৰ॥
শৰ মধ্যে মূৰ্ত্তিমন্ত সায়ক প্ৰধান।
মূৰ্ত্তি ধৰি চলিলা শিৱৰ জ্বৰবাণ॥২৬২
হেন দেখি গঙ্গা-সুতে হানে ধনুধৰি।
বিষ্ণুৰ জ্বৰক হানিলেক শীঘ্ৰ কৰি॥
শিৱৰ জ্বৰক বিষ্ণুজ্বৰে লাগ পাই।
দূৰতে বিদুৰ কৰি খেদিলা দুনাই॥২৬৩
হেন দেখি কূৰ্ম্মৰলী নৃপতি প্ৰধান।
মন্ত্ৰ পঢ়ি প্ৰহাৰিলা কুবেৰৰ বাণ॥

বাসুকী সদৃশ ভয়ঙ্কৰ বিপৰীত।
মাথা গোট আকাশে লাঙ্গুল পৃথিবীত ॥২৬৩
মেৰু মন্দৰৰ সদৃশত কলেৱৰ।
আকাশ বিয়াপি চলে ভয়ঙ্কৰ শিৰ॥
নিশ্বাসত বাজ হৱে অসংখ্যাত সৰ্প।
দেখি দেৱলোকৰ হাৰিয়া গৈলা দৰ্প ॥২৬৫
নাকৰ বতাস মাৰুতৰ সমসৰ।
দুই গোট চক্ষু যেন উদিত ভাস্কৰ॥
কালবৰ্ণ দুই জিহ্বা শিখৰ সদৃশ।
তপ তপ কৰি দুই নাকে পৰে বিষ ॥২৬৬
পাতাল সদৃশ কৰি বেন্ত গোট বাই।
পৰম আক্ৰোশে গাঙ্গেয়ক খেদি যাই॥
হেন দেখি গঙ্গা-সুতে মনত গুণিলা।
আথে বেথে দিকপাল শৰ বৰষিলা ॥২৬৭
আকাশ ছানিয়া চলে শায়ক প্ৰচণ্ড।
কুপেৰৰ অস্ত্ৰক কৰিলা খণ্ড খণ্ড॥
চূৰ্ণাকৃতি হুয়া শৰ ভূমিত পৰিলা।
টল বল কৰি মহী মন্দৰ লৰিলা ॥২৬৮

## কৰ্ণ্মব্ৰলীৰ পতন।

হেন দেখি কূৰ্ম্মৱলী পৰম ক্ৰোধত।
ব্ৰহ্মাৰ শকতি পাত জুৰিলা গুণত॥
প্ৰলয়ৰ বহ্নি যেন শকতি দুৰ্জ্জয়।
অযুত সূৰ্য্যাৰ তেজ প্ৰকাশ কৰয়॥১৬৯
শৰৰ প্ৰতাপে সৰ্ব্ব পৃথিবী লৰিলা।
মন্দৰ গিৰিত যেন ধমক লাগিলা॥
সকল পৃথিবী নদী নদ ভয় ভৈলা।
আকাশৰ তাৰাগণ খসিয়া পৰিলা॥১৭০
দেখি দেৱলোকৰ ভৈলেক মহাত্ৰাস।
কুক কূৰ্ম্মঠৈক সবে মনত উল্লাস॥
হেন দেখি গঙ্গা-সুত গুণয় মনত।
মহেশৰ শৰপাত জুৰয় গুণত॥২৭১
ৰুদ্ৰ মন্ত্ৰ জাপ্য তাতে কৰিলা বিস্তাৰ
কম্পে বসুমতী নসহয় পায়া ভৰ॥
অস্ত ভৈল নাগলোক নক্ষত্ৰ সকল।
ফাস্ত দিয়া ধৰণী কৰয় টল বল॥২৭২

আকাশত আদিত্যৰ স্থিৰ ভৈলা গতি।
কৈলাশত সচকিত ভৈলা পশুপতি॥
ব্রহ্মলোকে ভাঙ্গিলেক ব্রহ্মাৰ ধিয়ান।
সমুদ্রত ঢৌ উঠে পর্ব্বত সমান॥২৭৩
উলটিয়া বহে নদ নদী সৰোবৰ।
পৃথিবী আকাশ হাহাঁকাৰ নিৰন্তৰ॥
শৰৰ মুখৰ হন্তে অগ্নি বাহিৰায়।
ডৰে পৃথিবীক দেৱ আসিলা পলায়॥২৭৪
নিশব্দ পশু পক্ষী পিশাচ সকল।
ধুমে বিয়াপিলা সবে ধৰণী সগুল॥
কুৰু কূর্ম্মঠৈৰ সেনা ভৈলা মহাত্রাস।
আই বাপা বুলি সবে পাৰয় আটাস॥২৭৫
মহাবেগে শৰপাত চলে আকাশত।
প্রলয়ৰ বহ্নি যেন দেখি সেহি মত॥
শীঘ্রবেগে চলে আকাশৰ পথ ভেদি।
গৰুড় চলয় যেন সর্পগণ খেদি॥২৭৬
সেহিমতে ব্রহ্মাৰ শকতি খেদি ধৰি।
পৃথিবীত পেলাইলেক চূর্ণাকৃত কৰি॥

ব্ৰহ্মাৰ শকতি পাত ভূমিত পেলাই।
অতি মহাবেগে নৃপতিক খেদি যায় ॥২৭৭
কূৰ্ম্মৰলী নৃপতিৰ হত ভৈলা বুদ্ধি।
প্ৰচণ্ড বতাহে ৰাজা আছে চক্ষুমুদি ॥
বিমঙ্গল কৰিয়া মাৰুত উকৰাৰে।
বিস্ময়ে থাকিলা ৰাজা ব্যাকুল স্বভাবে ॥২৭৮
সেহি বেলা মহেশৰ শৰ বিপৰীত।
মৃত্যুঞ্জয় বেগে আসি চাপিলা সমীপ॥
প্ৰচণ্ড বতাসে দশো দিশে যাই ছানি।
তুলাত লাগিল যেন প্ৰচণ্ড অগনি ॥২৭৯
নিমিষেকে দহি নৃপতিৰ কলেৱৰ।
পৃথিবী বিদাৰি গৈলা পাতাল ভিতৰ॥
সাত সাগৰৰ জলে কৰিলেক স্নান।
দিব্য ৰূপ ধৰি গৈলা মহেশৰ স্থান ॥২৮০
সম্মুখ সমৰে পৰি ৰাজা কূৰ্ম্মৰলী।
পৰম আনন্দে স্বৰ্গ লোকে গৈলা চলি॥
শুনা সভাসদ এক চিত্ত কৰা মন।
কূৰ্ম্মঠ পৰ্ব্বৰ কথা অতি বিতোপন ॥২৮১

ঈশ্বৰৰ জয় ইটো ঘোষয় সৰ্ব্বথা।
মোক্ষক সাধিবে বসি আন কোন কথা॥
বোলয় সাগৰ কবি শুনা সভাসদ।
মূৰ্খ হুয়া বিৰচিবো ভাৰতৰ পদ॥২৮২
কলিৰ যুগত জানা নামেসে প্ৰধান।
সত্য কৰি কহো নাম বিনে নাহি আন॥
ঈশ্বৰৰ নামে সৰ্ব্ব পাপ সংহাৰন্ত।
কুমুদ পুৰাণে কহিয়াছে ভগৱন্ত॥২৮৩
ধৰ্ম্মেসে পৰম বস্তু জানিবা নিশ্চয়।
ধৰ্ম্মত থাকিলে নিষ্ঠে যমে নাহি ভয়॥
তপ, জপ, তীৰ্থ, যাগ, ব্ৰত আদি দান।
নহয় ইসব হৰি কথাৰ সমান॥২৮৪
আকে জানি ইটো জন্ম নকৰিয়ো বৃথা।
আলাস তেজিয়া শুনিয়োক কৃষ্ণ কথা॥
পুত্ৰ ভাৰ্য্যা বিষয় জানিবা মায়া জৰী।
প্ৰবন্ধে ঈশ্বৰে বান্ধিয়াছে যত্ন কৰি॥২৮৫
সিটো বান্ধ ছাড়ান নহয় একোমতে।
নকৰে ভকতি যেবে কৃষ্ণ চৰণতে।

কৃষ্ণৰ ভকতি যিটো মনে কৰে সাৰ।
অপ্ৰয়াসে কৰ্ম্ম-জৰী নষ্ট হয়ে তাৰ ॥২৮৬
কলিৰ যুগত ধৰ্ম্ম জানিবা নিশ্চয়।
মহা পুৰুষাৰ্থ আতপৰে কিছো নাই।
হেন জানি যতনে এৰিয়ো আন কাম।
জনম সাফল হোক বোলা ৰাম ৰাম ॥২৮৭

কালভদ্ৰৰ বন্ধন মোচন।

## ছুলৰী।

ঋষি নিগদতি শুনা মহামতি
যেন কথা অদভুত।
যেবে নৰেশ্বৰ গৈলা ঘম ঘৰ
দেখিলা গঙ্গাৰ সুত।
আথে বেথে বীৰ নামিলা ৰথৰ
দেখিলেক ৰণস্থলী।
অচেতন সবে পৰিয়া আছয়
যত ৰাজা মহাবলী ॥২৮৮

দেখি গঙ্গা-সুত সবাক এৰিয়া
গৈলা কালভদ্র কাছে।
দেখে নাগপাশে বন্দী হুয়া বীৰ
ভিণ্ডাকাৰে পৰি আছে॥
পাছে গঙ্গা-সুত গুণয় মনত
হেটমুণ্ডে দোৱাই মাথ।
ইটো নগৰৰ নাহি নৃপবৰ
সসৈন্যে ভৈলা অনাথ॥২৮৯
প্রজাৰ শাপত মই হৈবো হত
কৰো এবে কোন কাজ।
যদি নৃপতিৰ পুত্ৰেক আছয়
তাকে পাতো যুৱৰাজ॥
এহি মনে গুণি গঙ্গাৰ কুমাৰ
চাপিলা গৈয়া ওচৰ।
দুই হাতে ধৰি নাগ পাশ বান্ধ
মেলিলন্ত নিষ্ঠুৰ॥২৯১
সন্ধুক্ষণ হৈয়া উঠিলা বসিয়া
কালভদ্র মহাৱলী।

জানু শিৰে পাছে ভীষ্মৰ চৰণে
কৰিলা যাই সেৱলি ॥
দেখি গঙ্গা-সুত তুলিয়া ধৰিলা
সাদৰ কৰি বিস্তাৰ।
তুইকো দুই কিছো ভৈলা সন্তুক্ষণ
কহিলন্ত পূৰ্ব্বাপৰ ॥২৯১
পাছে গঙ্গা-সুতে বুলিলা বচন
শুনিয়োক মহাবীৰ।
জল-পিণ্ডদাতা আপোন সন্ততি
আছে কিবা নৃপতিৰ ॥
শুনি কালভদ্রে দিলা সম্বিধান
শুনিয়ো সুত গঙ্গাৰ।
পঞ্চ বৎসৰৰ পৰম সুন্দৰ
আছয় পুত্র ৰাজাৰ ॥২৯২
শুনি গাঙ্গেয়ৰ ৰঙ্গ ভৈলা বৰ
হৰিষ মিলিল অতি।
ইটো নগৰৰ দিয়া ছত্র দণ্ড
আকে থৈবো ৰাজা পাতি ॥

এহি বুলি বীৰ কালভদ্ৰ সমে
নগৰক চলি গৈলা।
নিগদন্তি ঋষি শুনিয়ো হৰিষি
পাছে যেন কথা ভৈলা ॥২৯৩

মহাৰাণী সত্যৱতীৰ বিলাপ।

নাৰীগণ যত অন্তেস পুৰত
শুনিলা ৰাজাৰ হত।
আৰ্ত্তৰাৱ কৰি কান্দিবে লাগিলা
নৃপতিৰ নাৰী যত ॥
সত্যৱত্তী নামে পৰমা সুন্দৰী
নৃপতিৰ পটেশ্বৰী।
দীৰ্ঘৰাৱ দেৱী কান্দিবে লাগিলা
ৰাজাৰ গুণ সুমৰি ॥২৯৪
হৰি, হৰি প্ৰভু প্ৰাণৰ ঈশ্বৰ
বল্লভ হৃদয়-স্বামী।
পৰম নিকাৰ বিধৱাৰ ভাৰ
কিমতে সহিবো আমি ॥

তুমি অবিহনে নবহে জীৱন
শোক অগ্নি গৈলা জ্বলি।
এহি বুলি দেৱী তমোময় দেখি
ভূমিত পৰিলা ঢলি॥২৯৫
হৰিল চেতন বাতুল লক্ষণ
১৫ কিছো শ্রুতি বুদ্ধি নাই।
কতো বেলি মানে উঠিয়া বসিলা
গাৱত শ্রুতিক পাই॥
বত্রিশ হাজাৰ অলঙ্কাৰ ৰত্ন
আছিল তান গাৱত।
খণ্ড খণ্ড কৰি পেলাইলা খসাই
সুবর্ণ ৰত্ন সমস্ত॥২৯৬
দেৱাঙ্গ ভূষণ কৰি পৰিহাৰ
শৰীৰ উদাস কৰি।
মহা শোকে দেবী কৰন্ত ক্রন্দন
গোপ্য আলাপক স্মৰি।
হৰি হৰি বিধি কি কর্ম্ম কৰিলি
কপালে লেখিলি কিক।

শিখৰ সিন্দূৰ কৰিলি খণ্ডিত
জীৱন আমাৰ ধিক ॥২৯৭
এবে কাক মই শুশ্রূষা কৰিম
চৰণ সেৱিবো কাৰ।
স্বামী সূৰ্য্য মোৰ অস্ত গৈলা আজি
দিনত ভৈলা আন্ধাৰ॥
পঞ্চামৃতে নিতে কাক দিম অন্ন
সুবৰ্ণ থালে ভৰাই।
পাঁচিশ ব্যঞ্জন হয় নানা মত
উপমাক নাহি ঠাই॥২৯৮
সুগন্ধ উদক দিবো আনি কাক
সুবৰ্ণ ভৃঙ্গাৰ ভৰি।
কৰ্পূৰ তাম্বুল দিবো আনি কাক
দিব্য সফুৰাত কৰি॥
এবে কোনে মোক স্নেহে মাতিবেক
হসিত কৰি বদন।
দোষ গুণ মোৰ নধৰিলা মনে
আমাৰ বুজিয়া মন॥২৯৯

যাক যৈত মই কৰিলোঁহো দণ্ড
তাৰ প্ৰতিকাৰ নাই।
হেন প্ৰাণ প্ৰভু কৈক গৈলা এৰি
কাহাক থাকিম চাই॥
মই কুলক্ষণা পাপী অভাগিনী
অগিতে থাকিলো পৰি।
সুখৰ বিধাতা প্ৰভু প্ৰাণ নাথ
কৈক গৈলা মোক এৰি॥৩০০
তুমি বিনে মোৰ নৰহে পৰাণ
শৰীৰ কৰে দগধ।
এহি বুলি দেৱী ভৈলা বিমূৰ্চ্ছিত
পৰি ভৈলা নিশবদ॥
কতো বেলি মানে লভিলা চেতন
ভূমিত বসিলা উঠি।
দুই হাতে ধৰি মহাশোক কৰি
হিয়াত হানয় মুষ্টি॥৩০১
ঢাকুৰে কপাল কৰে তালাফাল
কেশ ভৈলা আল জাল।

ক্ষণে ক্ষণে উঠি পৰয় মাটিত
সাক্ষাত যেন বাউল॥
সেৱকিনী যত আছয় লগত
ভাসন্তাৰ শোকানল।
আৰ্ত্তৰাৱে সবে কৰন্ত ক্ৰন্দন
সবাৰে মন বিকল॥৩০২
ভূমিত পৰিয়া কৰয় ক্ৰন্দন
মোক্ষৰাজ পটেশ্বৰী।
কতো সেৱকিনী কৰন্ত ৰোদন
আক্ৰোৱালি তুলি-ধৰি॥
সেহি সময়ত আপোন পুত্ৰক
দেখিলন্ত দেবী পাছে।
ভূমিত পৰিয়া বাগৰি কান্দিয়া
শোকানলে পৰি আছে॥৩০৩
পঞ্চ বৎসৰৰ পৰম সুন্দৰ
উপমাৰ নাহি ঠাই।
আৰ্ত্তৰাৱে দেবী কান্দিবে লাগিলা
পুত্ৰৰ মুখক চাই॥

হৰি হৰি বাপ প্ৰাণৰ পুতাই
কিমতে দুখ ৰক্ষিবি।
তোৰ সম দুখ ত্ৰিভুবনে নাই
যিমত দুখ লভিবি।৩০৪
ধূলা জাৰি তোক কোনে তুলি লৈবে
কাহাত কৰিবি ৰোষ।
হাতে তুলি তোক কোনে খুৱাইবে
কৰিবে কোনে সন্তোষ॥
কাহাৰ লগত সিংহাসনে যাই
শয়ন কৰিবি ৰঙ্গে।
পৰম কৌতুকে হিয়াত চৰিয়া
থাকিবি কাহাৰ সঙ্গে।৩০৫
কাহাৰ লগত কৰিবি ভোজন
বসিয়া ৰত্ন আসনে।
আৰে পঞ্চামৃতে কৰাবে ভোজন
কোনে তোক ৰঙ্গ মনে॥
সুখ দুখ বাপ একো নজানস
কোনে চাহিবেক তোক।

প্ৰতিপাল কৰি তুলিবে নাপালো
দৈবে বঞ্চিলেক মোক ।৩০৬
এহি বুলি দেৱী পুত্ৰক ধৰিয়া
বুকত কৰি সাৱটি।
কতো বেলি মানে কৰিলা ক্ৰন্দন
অতি দীৰ্ঘৰাৱে সতী॥
মহা স্নেহে দেবী কৰন্ত ক্ৰন্দন
শৰীৰত জ্ঞান নাই।
পুত্ৰ সমন্বিতে ভূমিত পৰিয়া
মহাশোকে মূৰ্চ্ছা যাই ॥৩০৭

## মহাৰাণীৰ আদেশ।

সেহি সময়ত গঙ্গা-সুত সমে
কালভদ্ৰ মন্ত্ৰীৰায়।
অতি দীৰ্ঘৰাৱে অন্তেষ পুৰত
প্ৰবেশ ভৈলেক যাই।

দেখে নাগৰিক কৰন্ত ৰোদন
মহা আৰ্ত্তৰাৱ কৰি।
ৰাজ-পটেশ্বৰী পৰিয়া আছয়
কুমাৰৰ গলে ধৰি॥৩০৮
দেখি দুয়ো জনে মধুৰ বচনে
বুলিলা সবাক চাই।
কিসক সন্তাপ কৰা মহাতাপ
ৰাজ-পটেশ্বৰী আই॥
যাৰ কপালত লিখিয়া আছয়
বিধাতায়ে কাপ ধৰি।
সেই সুখ দুখ আপুনি মিলয়
এৰাবাহা কেন কৰি॥৩০৯
আনো নানা মত বুলিলা প্ৰবোধ
সেনাপতি দুই বীৰ।
চেতন লভিয়া ৰাণী মহোদয়া
মাতিলন্ত ধীৰে ধীৰ॥
শুনা কালতন্ত্ৰ আমাৰ বচন
যি ভৈলা আমাৰ গতি।

কৰিছোঁ প্ৰতিজ্ঞা স্বামীৰ সহিতে
যাইবো দিয়া অনুমতি ॥৩১০
আকে জানি তুমি মোৰ পুত্ৰ সমে
এতিক্ষণে হুয়ো বাজা।
মোৰ বাক্যচয় নকৰিবা ভঙ্গ
স্বধৰ্ম্মে পালিবা প্ৰজা॥
সন্তক পালিবা দুষ্টক দণ্ডিবা
শাস্ত্ৰৰ এহি নিয়ম।
আপোন পৰক একোকে নচাহি
সবাকে কৰিবা সম॥৩১১
চাতুকাৰ বাক্য মনে নধৰিবা
আপুনি চাবা বিচাৰি।
দোষ গুণ দেখি কৰিবাহা দণ্ড
পালিবাহা নৰ নাৰী॥
পঞ্চ ৰবিষৰ অবোধ ছাৱাল
সম্পিলো তোহোৰ ঠাই।
পুত্ৰৱতে বাপু কৰিবা পালন
ৰাজাৰ গুণক চাই॥৩১২

নৃপতিৰ যত নিয়ম বিচাৰ
সমস্তে শিখালো তোক।
প্ৰজাক অন্যায় কৰিব নিদিবা
বুলিবাহা বাধাবাক॥
মাগন্তা জনক দিবা ধন বিত্ত
ব্ৰাহ্মণক দিবা দান।
স্বদেশী বিদেশী কৃষ্ণভক্ত যত
সবাকে কৰা সম্মান॥৩১৩
মোহোৰ মনত আছিলেক যিবা
সমস্তে কহিলো তোক।
বিলম্ব নকৰ শীঘ্ৰে উঠিয়োক
সত্বৰে পঠায়া মোক॥

সত্যব্ৰতীৰ সহমৰণ।

শুনি কালভদ্ৰে পাঞ্জেৰ সহিতে
গৈলা সবোবৰ তীৰ।

গঙ্গাৰ বাহিনী নামে সুভাগিনী
আছে মহাতীর্থ বৰ ॥৩১৪
কালভদ্র বীৰে কৰিলা আদেশ
যতেক সেনা প্রধান।
মহা বিভোপন অগৰু চন্দন
সাজিলেক চিতাখান॥
চিতাক সাজিয়া কালভদ্র বীৰে
আসিলেক বেগ ধৰি।
সসৈন্য সহিতে ৰাজ-মহিষীক
নিলা চৌদলাত কৰি ॥৩১৫
যৈত কূর্ম্মৰাণী ভস্ম হুয়া আছে
তাহাৰ ধূলি আনিলা।
সমস্ত ধূলিক একস্থান কৰি
দেবীৰ হাতত দিলা॥
দেখি পটেশ্বৰী মহা যত্ন কৰি
তুলি লৈলা বিদ্যমান।
নৃপতিৰ ধূলি বালি সমন্বিতে
কৰিলেক এক স্থান ॥৩১৬

স্নান কৰি আনি ৰাজাৰ মহিষী
চক্ষু মেলি চাইলা পাছে।
দেখন্ত তহিত আকাশ ঢাকিয়া
অনেক বিমান আছে॥
দেখিয়া দেবীৰ হৰিষ মনত
বুলিলা সবাক চাই।
এতিক্ষণে মোক পঠায়া ত্বৰিত
বিলম্বক নযুৱাই॥৩১৭
এহিবুলি দেবী দেৱতা সবক
কৰিলেক নমস্কাৰ।
ইন্দ্ৰ চন্দ্ৰ আদি সমস্তে দেৱক
প্ৰণামিলা বাৰম্বাৰ।
সেহি ভস্ম ধৰি প্ৰদক্ষিণ কৰি
চৰিলা চিতাত পাছে।
দেখি নৰ নাৰী চাহে শাৰী শাৰী
এক দৃষ্টি চাহি আছে॥৩১৮
নৃপতিৰ শুৰি হিয়াত বান্ধিয়া
চিতাত কৰি শয়ন।

উত্তব দিশোক শিব গোট কবি
ভৈলা দেবী অচেতন ॥
কূর্ম্মঠেব সেনা পবম বিহ্বল
আছন্ত সবে আকলি।
দিব্য বিমানত চলি মহোদয়া
স্বৰ্গলোকে গৈলা চলি ॥৩১৯
কালভদ্র বীবে শীঘ্র কবি যাই
কলসে ঢালিলা ঘৃত।
ব্রাহ্মণ সকলে মুখাগ্নি কবয়
জ্বলাই দিলা অগনিত।
আকাশ ঢাকিয়া অগনি উথাই
দেখি অতি ভয়ঙ্কব।
নিমিষেক মানে বাজ মহিষীব
দহিলন্ত কলেবব ॥৩২০
প্রেত-কার্য্য যত কবিলা সমস্ত
কালভদ্র মহাবলী।
বহ্নিনীব কর্ম্ম সমাজ কবিয়া
দিলা পিণ্ড জলাঞ্জলি ॥

শুনা সভাসদ ভাৰতৰ পদ
সবে এক মন কৰি।
মহা মূঢ়মতি নজানো সম্প্ৰতি
বোলয় সাগৰ থৰি॥৩২১
কৃষ্ণৰ চৰিত্ৰ পৰম অমৃত
তিনিয়ো ভুবনে সাৰ।
ই জন্মত ভোগ মুকুতি ভুঞ্জয়
পুৰুষ কৰে উদ্ধাৰ॥
হেন জানি সবে আলাস ত্যজিয়া
শুনিয়োক কৃষ্ণ কথা।
ঈশ্বৰ প্ৰভুক দৃঢ় কৰি ধৰা
নকৰা জনম বৃথা।৩২২
কৃষ্ণৰ ৰূপক মনে ধৰিয়োক
ছাৰা আষ ভূষ কাম।
তেবেসে সংসাৰ তৰিবাহা সুখে
মুখে বোলা ৰাম ৰাম।৩২৩

---

## কৃৰ্ম্মবলীৰ পুত্ৰৰ ৰাজ-অভিষেক।

### পদ।

বৈশম্পায়ন বদতি শুনিয়ো মহাৰাজ।
পাছে গঙ্গা-সুতে যেন কৰিলেক কায॥
যেবে কালভদ্ৰে কৰ্ম্ম সমাপ্ত কৰিলা।
সেহিবেলা ৰাজাৰ পুত্ৰক আনি দিলা॥৩২৪
পঞ্চ বৎসৰৰ শিশু পৰম সুন্দৰ।
দেখিয়া আহ্লাদ মন ভৈলা গাঙ্গেয়ৰ॥
দিব্য স্বৰ্ণ সিংহাসনে তুলিলেক ধৰি।
উপৰত ছত্ৰ খান দিলা যত্ন কৰি॥৩২৫
নৃপতিৰ ব্যৱহাৰ আছিলেক যত।
ভাগে ভাগে গঙ্গা-সুত কহিলা সমস্ত॥
শিখাইলেক ৰাজ-নীতি যতেক আচাৰ।
জয় হৰিধ্বনি কৰিলেক ভয়ঙ্কৰ॥৩২৬
সেহিবেলা দেৱৰাজ ত্ৰিদশ সহিতে।
মহাৰঙ্গে আসি সবে মিলিলা তহিতে॥
আন দেৱ সব আসি ভৈলা বিদ্যমান।
আকাশ পথত সবে ৰাখিলা বিমান॥৩২৭

নৃপতিৰ পুত্ৰক আপুনি পুৰন্দৰে।
অভিষেক কৰাইলেক সমস্তে লোকৰে॥
দেৱাঙ্গ ভূষণ বস্ত্ৰ দিলা দেৱৰাজ।
কৰিলেক আশীৰ্ব্বাদ ত্ৰিদশ সমাজ॥৩২৮
বাসৱে বোলয় তোক মই দেওঁ বৰ।
বিঘিনি নহৌক সুখে ৰাজ্য ভোগকৰ॥
চন্দ্ৰাদিত্যে বোলে ঘোৰ খণ্ডোক আপদ।
পিতৃৰ অধিক তোৰ মিলোক সম্পদ॥৩২৯
আনো দেৱমানে ভিন্নে ভিন্নে দিলা বৰ।
দেৱ-বাদ্য তথাত বাজিলা বহুতৰ॥
অসংখ্যাত বাদ্য বাজাইলা নানা ভাৱে।
বিদ্যাধৰে নাচয় গন্ধৰ্ব্বে গুণ গাৱে॥৩৩০
দুন্দুভি মৃদঙ্গ ভেৰী শঙ্খ কৰতাল।
খমুচি দোতাৰা ঢাক বাজাৱে কাহাল॥
এহিমতে দেৱৰাজ ত্ৰিদশ সহিতে।
দণ্ড চাৰি মান ৰঙ্গে আছিলা তহিতে॥৩৩১
তাত পাছে গাঙ্গেয়ৰ বচনে সাদৰি।
আপোন স্থানক গৈলা পুষ্পবৃষ্টি কৰি॥

সেহিবেলা কালভদ্রে শীঘ্রবেগে যাই।
দুঃশাসন বীৰক আনিলা মোকোলাই॥৩৩২
ঘোটক সহিতে আনি ভেট কৰি দিলা।
দেখি গঙ্গা-সুতে তাক আশ্বাস কৰিলা॥
কালভদ্র বীৰক কৰিলা বহুমান।
দুঃশাসন সমে গৈলা সৈন্যৰ যে থান॥৩৩৩

ৰজাসকলৰ চেতন লাভ আৰু দুৰ্য্যোধনৰ অনুসন্ধান।

ঋষিয়ে বোলন্ত কথা শুনা সাৱধানে।
ভীষ্মৰ কথাক মই থৈলো এহিমানে॥
পাছে ৰাজাগণে যেন কৰিলেক কায।
সম্প্রতিক কহো তাক শুনা মহাৰাজ॥৩৩৪
যি বেলাত গঙ্গা-সুত গৈলা অভ্যন্তৰে।
সেহি বেলা চেতন লভিলা নিৰন্তৰে॥
লভিয়া চেতন সৱে বসিলা মাটিত।
দুৰ্য্যোধন নৃপতিক নেদেখিলা তৈত॥৩৩৫

নেদেখিলা মহাবীৰ গঙ্গাৰ কুমাৰ ।
দেখি সবে লোকৰ মিলিলা হাহাকাৰ ॥
সেহি বেলা গুৰু দ্ৰোণে বুলিলা বচন ।
আমাৰ বচন শুনিয়োক বীৰগণ ॥৩৩৬
ত্ৰিভুবন-বিজয়ী ভীষ্মক মহাৰায় ।
সমৰত তাহাঙ্ক জিনন্তা কেহ নাই ॥
এক দেৱ নাৰায়ণ জগত ঈশ্বৰ ।
তেওঁ বিনে তাহাক জিনন্তা নাহি আৰ ॥৩৩৭
আকে জানি সেনাগণ কৰিয়োক স্থিৰ ।
ৰাধেয়ক আদি কৰি যত মহাবীৰ ॥
হেন জানি সৈন্যগণ কৰিয়োক ঠাই ।
সপকাৰে নগৰত ৰহিযোক যাই ॥৩৩৮
সেহি বেলা দুঃশাসন গঙ্গা-সুত বীৰ ।
ৰথে চড়ি তথাক গৈলন্ত ধীৰে ধীৰ ॥
হেন দেখি কটকৰ আনন্দ মিলিলা ।
ৰাজাগণ আসি গাঙ্গেয়ক আৱৰিলা ॥৩৩৯
পুছিলন্ত দুৰ্য্যোধন গৈলা কোন থান ।
হেন শুনি গঙ্গা সুতে দিলা সমিধান ॥

নৃপতিৰ কথা শুনিয়োক নিৰন্তৰ।
কূৰ্ম্মৱলীৰাজ সমে কৰিলা সমৰ ॥৩৪০
অনেক কৰিলা দুয়ো বাণ বৰিষণ।
কূৰ্ম্মৱলী হানিলন্ত মাৰুতৰ বাণ॥
পৰম আক্ৰোশে নৃপতিক লাগ পাই।
ৰথ সমে তাহাঙ্ক নিলেক উৰুৱাই ॥৩৪১
নজানোহো ভৈলা কিবা ৰাজাৰ অৱস্থা।
শুনিয়োক কহোঁ মই অনুপম কথা॥
সসৈন্যে সহিতে যাই আপোনাৰ ৰাজ।
আলচ কৰিয়া পাছে চিন্তিবোহো কায ॥৩৪২
হেন শুনি সবাৰ হৰিষ ভৈলা মন।
ভাল বুলি সবেও উঠিল তেতিক্ষণ॥
হয় হস্তী পদাতি আছিল যত যত।
হস্তিনাপুৰক লাগি চলিলা সমস্ত ॥৩৪৩
ঋষিয়ে বোলন্ত কথা শুনা মহাৰাজ।
দুৰ্য্যোধন নৃপতিৰ যেন ভৈলা কায॥
কতো বেলি চেতন লভিলা মহাবীৰ।
মহাভয়ে কম্পে ৰাজা গাৱ নহে স্থিৰ ॥৩৪৪

কর্ণপাতি শুনিলেক সৈন্যৰ আবাৰ।
শৰীৰৰ বলে অতি বৃষভে নাদয়॥
শ্রুতি পায়া দুর্য্যোধন উঠিয়া বসিলা।
বনৰ মাজৰপৰা ধীৰে চলি গৈলা॥৩৪৫
মনত গুণয় ইটো কাহাৰ নগৰ।
হাটি বাটি চৌপথক দেখি ভয়ঙ্কৰ॥
কিবা স্বপ্ন দেখো কিবা হৱয় সচিত।
এহি বুলি নৃপতিৰ মনে ভৈলা ভীত॥৩৪৬
কোন ঠাই আছিলো আসিলো কোন থান।
কোন কায কৰিলোহো গুণে মনে মন॥
যদি সত্য কৰি প্রভু হৱয় স্বপন।
নকৰা নৈৰাশ হৰি কৰিয়ো চেতন॥৩৪৭
এহি বুলি যায় ৰাজা মনত বিকল।
দেখিলেক আপোনাৰ কটক সকল॥
দুর্য্যোধন ৰাজাক দেখিলা বিদ্যমান।
আথে ব্যেথে বৃদ্ধ নৃপতিত দিলা জান॥৩৪৮

ধৃতৰাষ্ট্ৰৰ কুৰুসৈন্যৰ সংবাদ গ্ৰহণ।

হেন শুনি ধৃতৰাষ্ট্ৰ ৰাজা নৰেশ্বৰ।
দুৰ্য্যোধন নৃপতিক আনাইলা সত্বৰ॥
শোকে দুখে দুৰ্য্যোধন মৃতক সমান।
ধীৰে ধীৰে নৃপতিক কৰিলা বন্দন॥৩৪৯
আপোনাৰ পুত্ৰক আসিবে সাৰি পাই।
আথে বেথে সোধে ৰাজা দুনাই দুনাই॥
হৰি হৰি প্ৰাণ পুত্ৰ কি ভৈলা অৱস্থা।
ঝাণ্ট কৰি কয়ো বাপ আপোনাৰ কথা॥৩৫০
কৈক গৈলা বাপ তোৰ একশত ভাই।
কৈক গৈলা সুষেন যে শকুনি মমাই॥
কৈক গৈলা বাপ মোৰ বৃদ্ধ গঙ্গা-সুত।
কৈক গৈলা গুৰু দ্ৰোণ বীৰ অদ্ভুত॥৩৫১
কৈক গৈলা মহাবলী ৰাধাৰ তনয়।
বিৰাট দ্ৰুপদ আদি যত ৰাজাচয়॥
কহিয়োক বাপ আৰে বিলম্ব নকৰ।
হেন শুনি দুৰ্য্যোধনে দিলন্ত উত্তৰ॥৩৫২

দুর্য্যোধন বদতি পিতৃ শুনিয়ো বচন ।
যেন মতে যুদ্ধ ভৈলা শুনিয়ো কারণ ॥
কালভদ্র নামে তার মোক্ষ সেনাপতি ।
সুরাসুরে অজেয় দারুণ বীর অতি ॥৩৫৩
দ্রোণ জয়দ্রথ আদি যতেক আসিলা ।
এক শরে কালভদ্রে সবাক মারিলা ॥
পাছে কর্ণ সমে লাগিলেক ঘোর রণ ।
একে লগে পরি দুয়ো ভৈলা অচেতন ॥৩৫৪
হেন দেখি তাহার নৃপতি আইলা ধায় ।
নিমিষেকে সবাক নিলেক উফরায় ।
নাজানোহো তাত পাছে ভৈলা কোন কথা ।
একেশ্বরে গঙ্গা-সুত রহিলেক তথা ।৩৫৫

## কুরুরাজ্যর শোক ।

হেন শুনি ধৃতরাষ্ট্র করয় ক্রন্দন ।
গান্ধারী সহিতে কান্দে যত কন্যাগণ ॥

প্রজাগণে ক্রন্দন কবয় অতিশয়।
সকল নগব ভৈলা হাহাকাবময়॥৩৫৬
মহা আৰ্ত্তবাৰে সবে কান্দে নবনাবী।
পিতৃ পুত্র ভ্রাতৃ বন্ধু বান্ধবক স্মবি॥
এহিমতে ক্রন্দন কবয় যত যত।
সংক্ষেপ পয়াবে তাব লেখা দিবো কত॥৩৫৭
পাছে কুৰুগণে সবে গৈলা ঘবাঘবি।
চক্ষু হাড়ি পেলাইলেক সমস্ত নগবি॥
ধৰ্ম্মক ভিজায় সবে কবিলেক শুদ্ধ।
ভৈলা ক্রিয়াধাবী সবে কটক প্রবুদ্ধ॥৩৫৮
তাত পাছে ধৃতবাষ্ট্র নৃপতি প্রধান।
দেশে দেশে পঠাইলেক যত দূতগণ॥
কহিলেক দূতগণে সমস্ত লোকত।
আবাবে উচ্চ্রূলে কান্দে নাৰীগণ যত॥৩৫৯
দেশে দেশে প্রজাব মিলিলা হাহাকাব।
নৃপতিব বংশ সবে কান্দিলা অপাব॥
নৃপতিব ভার্য্যা পুত্র সবে সেনা যত।
মৃতকব প্রেতক্রিয়া কবিলা সমস্ত॥৩৬০

বিৰাট সৈন্যৰ দ্ৰুপদৰ সেনাচয়।
সমস্ত পৃথিবী মানে হাহাকাৰময় ॥

গান্ধাৰীৰ আদেশত যজ্ঞ স্থগিত।

সেহিবেলা গঙ্গা-সুত সসৈন্যে সহিত।
হস্তিনাপুৰত আসি ভৈলা উপস্থিত ॥৩৬১
দেখি সমস্তৰে অতি ৰঙ্গ ভৈলা মন।
শুনি ধৃতৰাষ্ট্ৰ আসিলেক সেহি স্থান ॥
গঙ্গাৰ সুতক ৰঙ্গে প্ৰণাম কৰিলা।
ৰাজগণে আসি নৃপতিক প্ৰণামিলা ॥৩৬২
কহিলন্ত যিমত সমৰ অদভুত।
ঘোটকক আগকৰি দিলা গঙ্গা-সুত।
সেহি বেলা গান্ধাৰী বুলিলা বাধা বাক্য।
নালাগে আমাৰ যাগ যজ্ঞ কৰিবাক ॥৩৬৩
প্ৰথমতে ভৈলা আসি বিধিনি প্ৰদান।
যজ্ঞ এৰি দৰিদ্ৰক কৰায়ো ভোজন ॥

শুনিয়োক সভাসদ থিৰ কৰি মতি।
কূৰ্ম্মঠ পৰ্ব্বৰ কথা হৈলা সমাপতি ॥৩৬৪
বোলে সাগৰ খবি মই বড় অনাথ।
মই দুখিতক নছাৰিবা জগন্নাথ ॥
তযু পদ মনে ধৰি বসি শিলাগ্ৰাম।
ৰচিলো ভাৰত পদ চিন্তি কৃষ্ণ নাম ॥৩৬৫
মোৰ দোষ গুণ যত কৰা উপশাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥৩৬৬

---



# আমাৰ প্ৰাইজ আৰু লাইব্ৰেৰীৰ কিতাপ

**শিশু-সাহিত্যমালা—**

শিশু-ৰামায়ণ— ৷/০
টলষ্টয়ৰ সাধু— ৷/০
শৰৎচন্দ্ৰ— ৷/০
চিলাৰায়— ৵০
সখি— ৷৵০
কল কন্যা— ৷৵০

**সচিত্ৰ গল্প সাহিত্য—**

সচিত্ৰ ৰাধিকাৰ কলঙ্ক ভঞ্জন— ৷৷০
সচিত্ৰ ভীম চৰিত— ৷৷০
সচিত্ৰ সীতা বনবাস— ৸০
সচিত্ৰ স্যমন্তক হৰণ— ৷০
সচিত্ৰ যমৰ ঘৰত জীয়া মানুহ— ৷০
সচিত্ৰ পদ্মা পুৰাণ— ৵০
সচিত্ৰ লক্ষ্মী চৰিত— ৵০
সচিত্ৰ বেউলা-লখিন্দাৰ— ১
সচিত্ৰ কাণ খোৱা— ৵০

**আমাৰ ধৰ্ম্ম পুথি—**

ৰুক্মিণী হৰণ— ১৸০
ৰাজসূয়— ১৸০
ধৰ্ম্ম সংবাদ— ৷৵০
অৰ্জ্জুন সংবাদ— ৷৵০
কীৰ্ত্তন-ঘোষা— ৬৲

**শ্ৰীমদ্ভাগৱত—১ম—১২শ স্কন্ধ —১৫৲**

নামঘোষা— ১৷৷০
গীতলা— ৷/০
বৰ কৰ্ত্তি— ৸০
মহাত্মাৰ সমাধিৰ চিন্তা— ৷০
গীতা— ২৲
অৰ্জ্জুন গীতা— ৵০
শ্ৰীআদি দশম— ১০
উষা হৰণ— ০
ধ্ৰুৱ চৰিত— ৶০
অশোক চৰিত—
জীৱ স্তুতি— ৷০
কালিকা পুৰাণ— ৷৷৵০
বাবা-চৰিত্ৰ— ৷৷৵০
গুণমণি— ৷৷/০
ত্ৰিনাথৰ পাঁচালি ৵০
বৰ গীত— ৸০
পদ্মধৰ্ম্ম— ৷৷০
শ্ৰীশ্ৰীকৃষ্ণৰ অষ্টোত্তৰ শতনাম— ৶০
হজৰত মহম্মদ চৰিত্ৰ— ৷৷০
কথা দশম— ১৷৷০
শকুন্তলা— ১৷৷০
আৰ্য্য পুৰুষনামা— ৷৷০

দত্ত বৰুৱা ব্ৰাদাৰ্চ এণ্ড কোং। নলবাৰী, (কামৰূপ)।